## উচৰ্গা

যিসকলে জয়মতী বুৰঞ্জী পোহৰলৈ আনিলে আৰু যিসকল বুৰঞ্জী-অনুৰাগী—সেইসকললৈ।

সম্পাদক

## সম্পাদকৰ একাষাৰ

ছশ বছৰীয়া আহোম বুৰঞ্জীৰ পাৰ্শ্ব পুৰুষ-চৰিত্ৰ তুংখুঙীয়া ৰাজকোঁৱৰ লাঙি গদাপাণি আৰু তেওঁৰে সতী পত্নী, সত্যাগ্ৰহী, স্বদেশপ্ৰাণা, লাইথেপেনা বৰ-গোহাঞিৰ জীয়াৰী জয়মতী কুঁৱৰী। এনে এগৰাকী আকৰ্ষণীয়া মহিলাক যোৱা এশ বছৰতকৈ অধিক সময় আধুনিক বুৰঞ্জীবিদ্‌সকলে সময়ে সময়ে স্মৰণ কৰি নতুন নতুনকৈ সজাই স্বদেশপ্ৰেমৰপৰা অনুভূত হোৱা সত্তাক জগাই আহিছে। প্ৰখ্যাত বুৰঞ্জীবিদ্ আৰু সু-সাহিত্যিকসকলৰ জয়মতী সম্পৰ্কীয় ৰচনাসমূহক একত্ৰ কৰি গ্ৰন্থাকাৰে সজাই পৰাই পুনৰ নতুনকৈ নতুন-পুৰুষসকলৰ মাজত বিলোৱাৰ মানসে দুটা খণ্ডত প্ৰকাশৰ আশা কৰি প্ৰথম খণ্ডটি বুৰঞ্জী-অনুৰাগী আৰু সাহিত্য-প্ৰেমীসকললৈ আগবঢ়াইছোঁ। ৰাইজে গ্ৰন্থখনিক মৰম কৰিলে আমাৰ শ্ৰম সাৰ্থক হব। ইতি

নেমুগুৰি
২৬ জানুৱাৰী '৮২

সম্পাদক

# কৃতজ্ঞতা

যিসকল লেখকৰ প্ৰবন্ধসমূহ এই খণ্ডগ্ৰন্থত সামৰিছোঁ সেইসকল অমৰ আত্মাৰ প্ৰতি আমাৰ শ্ৰদ্ধা নিবেদন কৰোঁ: ৰত্নেশ্বৰ মহন্ত, ড° সূৰ্যকুমাৰ ভূঞা, হিতেশ্বৰ বৰবৰুৱা, সদানন্দ ৰাজকুমাৰ, নকুলচন্দ্ৰ ভূঞা। ড° ভূঞাৰ প্ৰবন্ধটি প্ৰকাশৰ অনুমতি দিয়াত লক্ষেশ্বৰী ভূঞা আইতাৰ অমৰ আত্মাৰ সদগতি কামনা কৰিলোঁ।

এইসকল লেখকলৈ আমাৰ শ্ৰদ্ধা আৰু কৃতজ্ঞতা যাচিলোঁ: শ্ৰীৰামচন্দ্ৰ দাস, ভুবনচন্দ্ৰ সন্দিকৈ, লীলা গগৈ, যোগেন চেতিয়া, অখিল পানীফুকন, মানিক বৰগোহাঞি।

প্ৰবন্ধসমূহৰ সন্ধান আৰু নিজে প্ৰতিলিপি কৰি পঠোৱাত যিসকলে সহায় কৰিলে সেইসকললৈ আমাৰ আন্তৰিক শ্ৰদ্ধা যাচিলোঁ: নন্দ তালুকদাৰ, উপেন্দ্ৰ বৰকটকী, ৰাম গোস্বামী, অজিতকুমাৰ শৰ্মা, লীলা গগৈ, অমিয়া ৰাজকুমাৰী, চন্দ্ৰপ্ৰভা গগৈ।

বেটুপাত পৰিকল্পনা আৰু সব প্ৰকাৰ সহায় আগবঢ়োৱাত ঘন বৰগোহাঞিলৈ শ্ৰদ্ধাৰ শলাগ জনালোঁ।

প্ৰবন্ধসমূহ প্ৰতিলিপি কৰি সহায় কৰাত এইসকলকো মৰমেৰে শলাগিলোঁ: শিৱ গগৈ, কল্পনা ফুকন, স্বপ্না পানীফুকন, পদ্ম মণ্ডল, ভদ্ৰেশ্বৰ নাওশলীয়া, বিস্তাৰতী বৰগোহাঞি, ৰেখা ফুকন, ডিচেন বুঢ়াগোহাঞি।

ডিব্ৰুগড় অনাতাঁৰৰ যোগেদি প্ৰচাৰ কৰাত কেইটিমান গীতৰ গায়িকা অনাতাঁৰ-শিল্পী ৰেখা ফুকন, বিনু কোঁৱৰ আৰু মীনা বুঢ়াগোহাঞিলৈ শলাগ আগবঢ়ালোঁ। গীত প্ৰচাৰত দিহা-পৰামৰ্শ দিয়াত কেন্দ্ৰৰ সুদক্ষ শিল্প-প্ৰাণ অঞ্জনা বৰুৱা, কমল শৰ্মা, মুনীন ভূঞা, হীৰেন গোহাঞি, উপেন ফাংচু আৰু অৰবিন্দ শৰ্মালৈ আন্তৰিক শুভেচ্ছা যাচিলোঁ।

নৱজীৱন প্ৰেছৰ গৰাকী কালীচৰণ পাল ডাঙৰীয়ালৈ কিতাপখনি সুন্দৰভাবে-সকলো-প্ৰকাৰৰ যত্ন লৈ সোনকালে ছপাই দিয়াত কৃতজ্ঞ হ'লোঁ।

—সম্পাদক

# আগকথা

জয়মতী অসম বুৰঞ্জীৰ এটি অনন্যসাধাৰণ ব্যক্তিত্ব। পৃথিৱীত বহুতো ব্যক্তিয়ে কোনো নিৰ্দিষ্ট উদ্দেশ্য পূৰণ কৰিবলৈ আত্মাহুতি দিয়াৰ উদাহৰণ পোৱা যায়, কিন্তু জয়মতীৰ আত্মত্যাগৰ তুলনা নাই। দেখাত জয়মতীয়ে তেওঁৰ স্বামী গদাপাণিৰ প্ৰাণ ৰক্ষা কৰিবলৈ তেওঁৰ বাতৰি নিদি মৃত্যু নিশ্চিত জানিও অকথনীয় শাস্তি মূৰ পাতি লৈছিল। পৰিণতি স্বৰূপে গদাপাণিয়ে গদাধৰ সিংহ নাম লৈ তুংখুঙীয়া বংশ প্ৰতিষ্ঠা কৰি ৰাজ্যৰ ৰাজনীতিলৈ সুস্থিৰতা আনিছিল। গদাধৰ সিংহই প্ৰায় ত্ৰিশ বছৰ ধৰি লোলুপ দৃষ্টিৰে চাই থকা ৰাজ্যগ্ৰাসী মোগলক শেষ বাৰৰ বাবে পৰাজিত কৰি খেদি পঠিয়াই দেশত কৃষ্টি-সংস্কৃতিৰ বিকাশ সাধনৰ পৰিৱেশ সৃষ্টি কৰিছিল। জয়মতী কুঁৱৰীৰ কৃতী পুত্ৰ ৰুদ্ৰসিংহ আহোম স্বৰ্গদেওসকলৰ ভিতৰত সবাতোকৈ অধিক সৃষ্টিকামী, সুদক্ষ আৰু সংস্কৃতিসম্পন্ন ব্যক্তি আছিল। যথাৰ্থতে তুংখুঙীয়া বংশৰ ৰাজত্বকালতেই যদিও অসমৰ বেলি মাৰ গ'ল, এই ৰজাসকলৰ ৰাজত্ব কালেই আছিল শান্তি-সমৃদ্ধিৰে সময় আৰু সংস্কৃতি বিকাশৰ উপযুক্ত পৰিৱেশ।

জয়মতী কুঁৱৰীৰ কথা খনচেৰেক হাতেলিখা বুৰঞ্জীত নাই বাবেই ৺বেণুধৰ শৰ্মাকে ধৰি কোনো কোনো লোকে জয়মতীৰ ঐতিহাসিকত্ব সম্পৰ্কে সন্দেহ প্ৰকাশ কৰিছিল। ড° সূৰ্যকুমাৰ ভূঞাই তেখেতৰ 'অসম জীয়ৰী' আৰু Atan Buragohain and His Times গ্ৰন্থত জয়মতীৰ ঐতিহাসিকত্ব প্ৰতিপন্ন কৰিছে আৰু জয়মতীৰ জীৱনী আৰু কাৰ্য-কলাপৰ পৰিপ্ৰেক্ষিতত ঘটা পৰৱৰ্তী ঘটনাৱলীৰ ওপৰত আলোচনাৰ থল থকাৰ কথাও উল্লেখ কৰিছিল। আমাৰ হাতত পৰা তিনিখন পুৰণি পুথিত জয়মতীৰ বিষয়ে উল্লেখ পাইছোঁ। প্ৰথম, জাঁজীৰপৰা উদ্ধাৰ কৰা বুৰঞ্জী। এই বুৰঞ্জীৰ এটি পাঠ আমি হুবহু 'নীলাচল' কাকতত প্ৰকাশ কৰিছিলোঁ। দ্বিতীয়, যোৰহাটৰ ৺তোলন শইকীয়াৰ ঘৰৰপৰা উদ্ধাৰ কৰা তুলাপতীয়া বুৰঞ্জী আৰু তৃতীয়, পদ্মেশ্বৰ নাওবৈছা ফুকনৰ বুৰঞ্জী। তদুপৰি অসমৰ 'পদ্য বুৰঞ্জী'ত জয়মতী কুঁৱৰীৰ বিষয়ে উল্লেখ কৰা হৈছে। ৺ৰত্নেশ্বৰ মহন্তৰ 'জোনাকী'ত প্ৰকাশিত প্ৰবন্ধটোতো ভালেখিনি প্ৰামাণ্য সমল আছে। আহোম মানুহ বুৰঞ্জীপ্ৰিয়। বুৰঞ্জীৰ ঘটনা শুনি

ভৱিষ্যতৰ কাৰ্য-প্ৰণালী দিহা কৰি লোৱাটো আহোম পৰম্পৰাত সাধাৰণ ৰীতি আছিল ; সেইবাবে অনেক তাৎপৰ্যপূৰ্ণ সৰু-বৰ কাহিনী আহোম মানুহৰ মুখে মুখে চলি আহিছিল। তেনে এটি কাহিনী হ'ল জয়মতীৰ কাহিনী। এই কাহিনী পুৰণি সমাজত ইমান ব্যাপক আৰু গভীৰ আছিল যে স্বভাৱ-কবিয়ে জয়মতীৰ কাহিনীৰে লোকগীত-মালিতা ৰচনা কৰিছিল। জয়মতীৰ আত্মত্যাগে দেশৰ বুৰঞ্জীৰ দিশ নিৰ্ণয়ত এনেকৈ প্ৰভাৱ বিস্তাৰ কৰিছিল যে উক্ত ঘটনা আৰু ব্যক্তিত্বৰ বিষয়ে এতিয়ালৈকে ভালেমান বুৰঞ্জীমূলক প্ৰবন্ধ ছপা হৈ ওলোৱাৰ উপৰিও জয়মতীক লৈ গীত, কবিতা আৰু নাটক ৰচিত হৈছে, জীৱনীও ৰচিত হৈছে।

শ্ৰীহেম বুঢ়াগোহাঞি, সাম্প্ৰতিক অসমীয়া সাহিত্যৰ এটি চিনাকি নাম। বুৰঞ্জীবিখ্যাত গড়গাঁও নগৰৰ অনতিদূৰত অতীতৰ কীৰ্তি কাহিনীৰে ধৌত একটা অঞ্চলত জন্মগ্ৰহণ কৰি তাকেই কৰ্মস্থল হিচাপে লৈ নীৰৱে অথচ আন্তৰিকভাৱে সাহিত্য চৰ্চা কৰি অসমৰ লোক-সংস্কৃতিৰ বিষয়ে কেইখামনি মৌলিক, বাটকটীয়া পুথি প্ৰকাশ কৰি কৃতিত্ব আৰ্জন কৰিছে। অকল সেয়ে নহয়, তেওঁ নিজা পদ্ধতিৰে গবেষণা কৰি ইতিমধ্যে পাহৰণিৰ বুকুত জাহ যাবলৈ ধৰা কিছুমান বুৰঞ্জীমূলক কথা সংগ্ৰহ আৰু প্ৰকাশৰো আশাশুধীয়া চেষ্টাত ব্ৰতী হৈ আছে।

'জয়মতী কুঁৱৰী' শ্ৰীবুঢ়াগোহাঞিৰ এটি অভিনৱ অথচ কষ্টসাধ্য প্ৰচেষ্টা। তেওঁ তাহানিৰেপৰা আজিলৈকে জয়মতী কুঁৱৰীৰ বিষয়ে যিবোৰ প্ৰবন্ধ-পাতি প্ৰকাশিত হৈছিল সেইবোৰ অনুসন্ধান, সংগ্ৰহ, সঙ্কলন আৰু প্ৰকাশৰ দিহা কৰি এই পুথিখনি যুগুত কৰিছে। যথাৰ্থতে জয়মতী বুৰঞ্জীৰ বাস্তৱ সত্য হ'লেও তেওঁৰ বিষয়ে এখনি প্ৰামাণ্য গ্ৰন্থৰ অভাৱ সকলোৱে অনুভৱ কৰি আহিছে। শ্ৰীবুঢ়াগোহাঞি আশাশুধীয়া প্ৰচেষ্টাত এই প্ৰবন্ধসমূহ একে থূপতে পঢ়িবলৈ পালে কিছু অভাৱ পূৰণ হ'ব বুলি আমাৰ বিশ্বাস। দুটা খণ্ডত কুৰিটাৰো অধিক প্ৰবন্ধ সংগ্ৰহ কৰি এই পুথিখনি যুগুত কৰা হৈছে। তাৰে প্ৰথম খণ্ডত এঘাৰখন ৰচনা সন্নিবিষ্ট কৰা হৈছে। ৺ৰত্নেশ্বৰ মহন্তৰ 'জোনাকী' কাকতৰ 'জয়মতী কুঁৱৰী আৰু লাঙি গদাপাণি' নামৰ প্ৰবন্ধটিৰে পাতনি মেলি আধুনিক যুগৰ কেইবাজনো বুৰঞ্জীপিপাসু লেখকৰ প্ৰবন্ধ সন্নিবিষ্ট কৰি এই সংগ্ৰহটি সম্পূৰ্ণ কৰিছে। দ্বিতীয় খণ্ডতো ভালেমান কেইটা লেখৰ প্ৰবন্ধ আছে।

এই প্ৰবন্ধসমূহ বিভিন্ন সময়ত বিভিন্নজনে বিভিন্ন দিশ সামৰি লিখিছিল, গতিকে জয়মতীৰ জীৱনী, ব্যক্তিত্ব, ঐতিহাসিকত্ব আদিৰ বিষয়ে সুসংহত ৰূপত এখনি পূৰ্ণাঙ্গ গ্ৰন্থ ৰচনাৰ সুযোগ এতিয়াও আছে। এই ৰচনাসমূহৰ সমল বিশ্লেষণ কৰি নতুন দৃষ্টিভঙ্গীৰে সজাই তুলি পাঠকৰ আগত দাঙি ধৰাৰ সুবিধাও আছে। মই আশা কৰিছোঁ, দ্বিতীয় খণ্ডৰ শেষৰ ফালে তেনে এটি নতুন প্ৰবন্ধ সংযোজন কৰি দিয়াৰ দিহা কৰিব।

'জয়মতী কুঁৱৰী' যথাৰ্থতে অসমীয়া পাঠকৰ অভাব পূৰণ কৰিব পৰা এখনি একান্ত প্ৰয়োজনীয় গ্ৰন্থ হৈ উঠিছে। অনুসন্ধিৎসু চৰ্চাকাৰীৰ বাবে 'জয়মতী কুঁৱৰী'য়ে অধিক আলোচনাৰ সুযোগ যোগাব। প্ৰতি গৰাকী অসমীয়া পাঠকে 'জয়মতী কুঁৱৰী'ক আদৰ জনালে প্ৰকাশক আৰু সংগ্ৰাহকে নিশ্চয় প্ৰেৰণা লাভ কৰিব।

ডিব্ৰুগড়,
২০ জানুৱাৰী, ১৯৮২

লীলা গগৈ

# সূচীপত্ৰ

# জয়মতী কুঁৱৰী

**ৰত্নেশ্বৰ মহন্ত**

ষোড়শ শতিকাৰ শেহভাগৰপৰা সপ্তদশ শতিকাৰ প্ৰাৰম্ভলৈ আহোম ৰাজ্যৰ ভিতৰত এটা ভয়ঙ্কৰ বিপ্লৱ হৈছিল। তাৰে ন বছৰমানৰ ভিতৰত আহোমৰ ৰাজ-সিংহাসনত ছজনমান ৰাজপুৰুষ বহে। সেইসময়ত মন্ত্ৰীসকলে ভালকৈ ৰাজকীয় ক্ষমতাৰ বিপক্ষে মূৰ পুতি লাগিছিল। ১৯৬২ শকৰপৰা ১৬০১ শকলৈকে যি ছজনা ৰজা হয়, তাৰে চাৰিজনে মন্ত্ৰীসকলৰ কোপদৃষ্টিত পৰি অকালতে প্ৰাণ হেৰুৱায়, এজন ধিক্কাৰ-বেজাৰতে আত্মঘাতী হয়, এজনহে স্বাভাৱিকৰূপে স্বৰ্গী হয়। এওঁলোকৰ পাছত চুলিকফা ৰজা হয় ১৬০১ শকত। এওঁ নিচেই কটাৰী-নলীয়া আৰু ল'ৰা-মতীয়া মানুহ আছিল দেখি এওঁক সকলোৱে ল'ৰা-ৰজা বুলিছিল। এওঁ সিংহাসনত বহিয়েই কেনেবাকৈ মন্ত্ৰীসকলৰ ষড়যন্ত্ৰত আগৰ ৰজা-সকলৰ দৰে অকালতে প্ৰাণ হেৰুৱাব লাগে বুলি ভয়ত আশঙ্কিত হ'বলৈ ধৰিলে। আগেয়ে মন্ত্ৰীসকলৰ কুমন্ত্ৰণাত যিসকল ৰাজ-পুৰুষৰ মৃত্যু ঘটিছিল, তেওঁলোকৰ সন্তান-সন্ততিবিলাকেও সতৃষ্ণ-নয়নে ৰাজ-সিংহাসনলৈ চাই আছিল। কোনোজনেবা গোহাঁই ডাঙৰীয়াসকলৰ গাতে আঁউজি কাৰ্য সাধিছিল, কোনো কোনো গোহাঁই ডাঙৰীয়াইবা আন এজন কোঁৱৰৰ খাটনিত আকৌ পতা-জনক বধি আন এজনক পাতিছিল ; কোনোৱেবা আকৌ সেই-জনকো বধ কৰিবৰ মনেৰে আয়োজন কৰি "এওঁ মৰিলেই মই ৰাজ্য পাম" বুলি আশাতে বন্দী হৈ আছিল। এইদৰে কেইবা-কৈদতো ৰাজ-সিংহাসন আকাঙ্ক্ষা কৰা কোঁৱৰসকলৰ প্ৰাচুৰ্য দেখি

ল'ৰা-ৰজাই পেটে পেটে পৰামৰ্শ পাণ্ডি ছলে-চক্রান্তে সেই ৰাজ-পুৰুষসকলক অঙ্গ-ক্ষত কৰি থ'বলৈ ফন্দি পাতিলে। এতিয়া ৰজা হ'ব পৰা ফৈদবিলাকত বহুত কোঁৱৰ আছে দেখিহে মন্ত্রীসকলে তেওঁলোকৰ খাটনি এবাব নোৱাৰি এজনক বধি আন এজনক ৰাজ্য দিয়ে—যদি সেই কোঁৱৰবিলাক অঙ্গ-ক্ষত আদিৰ বাবে ৰাজ-পদৰ অযোগ্য হৈ থাকে, তেনে হ'লে ৰজাৰ সিংহাসন নিষ্কণ্টক হ'ব। ল'ৰা-ৰজাই ইয়াকে ভাবি, গুপ্তচৰ পঠিয়াই কেইবাজনো কোঁৱৰৰ অঙ্গ-ক্ষত কৰালে। ল'ৰা-ৰজাৰ এই কাৰ্যত কেৱল ৰাজকোঁৱৰসকলৰ অঙ্গ-ক্ষতহে কৰা হ'ল, এনে নহয়; বহুত ৰাজ-কোঁৱৰক অন্যায়ৰূপে বধ কৰাও হৈছিল।

যিসকল ফৈদৰপৰা আহোম ৰাজ-সিংহাসনত ৰজা হ'ব পাৰে, তাৰ ভিতৰত তুংখুং ফৈদৰ বৰ নাম। কোনোজনৰ বংশ-গৌৰৱ উল্লেখ কৰি উপহাস কৰিব লাগিলে, আজিও ল'ৰা-তিৰোতা সকলোৱে "ইঃ নেদেখিছা, এখেত জানিবা তুংখুঙীয়া ফৈদৰহে" বুলি হাঁহে। ল'ৰা-ৰজাই আন ফৈদৰ কঠীয়া মাৰিলে, হয়; তুং-খুঙীয়া ফৈদৰ হ'লে তেওঁ একো কৰিব নোৱাৰিলে। সেই কাৰণে, তেওঁৰ মনৰ আশঙ্কা নুগুচিল। এই ফৈদৰ গোবৰ ৰজাৰ লাণ্ডি গদাপাণি নামে এজনা বৰ বাহু-বলী কোঁৱৰ আছিল। দুটা-এটা গুপ্ত-চৰে তেওঁৰ অঙ্গ ক্ষত কৰক ছাৰি কাষকে চাপিব নোৱাৰে। ল'ৰা-ৰজাই সাপ মাৰি নেগুৰত বিষ এৰা বেয়া জানি মানুহ এজাক এই গদাপাণিক ধৰিবৰ নিমিত্তে পাঁচি দিয়ে। দুটা-এটা লোকলৈ যদিও ভয় কৰা নাছিল, সৰহ মানুহ দেখি আশঙ্কা কৰি গদাপাণি নগা পৰ্বতৰ ফালে আঁতৰি গুচি গ'ল।

ল'ৰা-ৰজাই গদাপাণি কোঁৱৰক ধৰিবলৈ মানুহ পঁচাৰ বহুত আগেয়েই কোঁৱৰে বিয়া কৰাইছিল। বৰগোহাঁই ফৈদৰ জয়-মতীয়েই তেওঁৰ সেই প্ৰিয় ভাৰ্যা আৰু আমাৰ বৰ্তমান প্ৰবন্ধৰ নায়িকা। গদাপাণি আঁতৰি যাওঁতে তেওঁ পুত্ৰ-ভাৰ্যাক ঘৰত এৰি

গৈছিল ; ল'ৰা-ৰজাৰ লোকবিলাকে গদাপাণিক ঘৰত নাপাই, তেওঁ পলোৱাৰ বাতৰি ল'ৰা-ৰজাক জনালেগৈ। ল'ৰা-ৰজাৰ মন ভয়ত বৰ বিচলিত হ'ল। পিছে, তেওঁ গদাপাণিক ধৰিবৰ একো উপায় নেদেখি, তেওঁৰ ভাৰ্যা জয়মতীক ধৰি আনিবলৈ সেনা পঁাচিলে। সেনাবিলাকে ৰাজাজ্ঞামতে জয়মতী কুঁৱৰীক ধৰি আনিলেগৈ। জয়মতী ল'ৰা-ৰজাৰ ওচৰ পাওঁতেই ৰজাই তেওঁক সুধিলে, "গিৰীয়েৰ ক'লৈ গ'ল, ক।" জয়মতীয়ে ৰজাৰ প্ৰশ্নৰ একো উত্তৰ নিদিলে। কেইবা-বাৰো প্ৰশ্ন হ'ল ; জয়মতীয়ে এবাৰো মাত একাষাৰকে নামাতিলে। পিছে, ল'ৰা-ৰজাই জয়মতীক কুকুৰা-চোৱা চাউডাঙক সঁপি দি ক'লে, "যেনেকৈ পাৰ, দণ্ড কৰিয়েই বা আন কোনো উপায়েৰেই হওক, এইৰ মুখৰপৰা গদাপাণিৰ বাতৰি উলিয়া।" কুকুৰা-চোৱা চাউডাঙে জয়মতীক ৰজাৰ আগৰপৰা আঁতৰাই নি বৰ্তমান জয়সাগৰৰ য'ত নাগ বহুৱাইছে, তাতে তেওঁক বান্ধি-ধৰি নানা শাস্তি কৰি গদাপাণিৰ বাতৰি সোধে। জয়মতীয়ে নীৰৱে সকলো যন্ত্ৰণা সহি থাকে, তথাপি নিজৰ স্বামীৰ সম্পৰ্কে এবাৰো এটি কথাকে নকয়। এদিন-দুদিনকৈ ছয়-সাতদিন সেই ঠাইতে কুকুৰা-চোৱা চাউডাঙে জয়মতীক শাস্তি কৰি আছে, কিন্তু বৃথায় যন্ত্ৰণামাত্ৰ দিয়া হৈছে, তাৰে একো কাৰ্য হোৱা নাই ; জয়মতীয়ে গদাপাণিৰ কথা নকয়। নিতৌ নিতৌ চাউডাঙৰ যন্ত্ৰণাত জয়মতীৰ আৰ্তৰাৱত দশোদিশ প্ৰতিধ্বনিত হৈ উঠিল। লাহে লাহে এই কথা নগা পৰ্বতত লুকাই থকা গদাপাণিৰ কাণত পৰিলগৈ। নিজৰ ভাৰ্যাৰ নিৰ্যাতনৰ কথা শুনি তেওঁ নগাৰ বেশ ধৰি জয়মতীক চাবলৈ আহিল। ছদ্মবেশী গদাধৰে জয়মতীক ল'ৰা-ৰজাৰ সেনাৰ হাতত নানাবিধ যন্ত্ৰণা আৰু লাঞ্ছনা ভুঞ্জা দেখিলেহি। পিছে, এপাকত ছল চাই তেওঁ জয়মতীৰ ওচৰ চাপি চিনাকি নিদি এইদৰে ক'লে, "হেৰ মানুহজনী, তই কেলৈ যন্ত্ৰণা ভুঞ্জি মৰিছ? গিৰিয়েৰৰ কথা কৈ নিদিয় কিয়?" প্ৰথমবাৰ এইদৰে সোধাত জয়মতীয়ে একো উত্তৰ

নিদিলে। উত্তৰ নাপাই ছদ্মবেশী গদাধৰ আঁতৰি গ'ল। আকৌ ৰজাৰ সেনাই জয়মতীক শাস্তি দিবলৈ ধৰিলেহি। সকলোৱে চায় আৰু মূৰে-কপালে হাত দি গুচি যায়। ছদ্মবেশী গদাধৰে আঁতৰৰ-পৰা একান্ত মনে অতি বিষণ্ণভাৱে জয়মতীলৈ আৰু সেই যন্ত্ৰণা-কাৰীসকললৈ চাই থাকে; কিন্তু নিজৰ উদ্দেশ্য সুঁৱৰি একো মাতিব নোৱাৰে। মাত দিলেই চিনি পাই ৰাজকীয় সেনাই ধৰি নিব; ধৰি নিলেই সৰ্বনাশ! কিন্তু চাউডাং আৰু সেনাবিলাক আঁতৰি যোৱাত গদাপাণি আকৌ জয়মতীৰ ওচৰ চাপিলহি; আকৌ আগৰ দৰে কোঁৱৰে জয়মতীক সুধিলেগৈ; এইবাৰো তেওঁ একো উত্তৰ নাপালে। কিন্তু এইবাৰ জয়মতীয়ে কোঁৱৰক চিনি পালে আৰু ভাবিলে যে, যাৰ নিমিত্তে তেওঁ এনে যন্ত্ৰণালৈকো কটাহি কৰা নাই আৰু নিজৰ জীবনকো উছৰ্গা কৰিবলৈ ধৰিছে, তেওঁ নিজেই ধৰা দি সকলো নাশ কৰে এতিয়া। জয়মতীয়ে জগদীশ্বৰ আৰু স্বামী-গুৰুৰ চৰণ চিন্তি, বেতৰ কোব, ডোম-চোৰাত, চমটা, একোতে কেৰেপ নকৰি সতীত্ব তেজেৰে তেজস্বিনী হৈ ল'ৰা-ৰজাৰ নৰঘাতী পাষণ্ডবিলাকৰ মনত বিস্ময় জন্মায়ে থাকিল। কিন্তু গদাপাণিৰ প্ৰাণে নস'লে। তেওঁ তৃতীয়বাৰ জয়মতীৰ কাষ চাপি ক'লেগৈ, "মানুহজনী, তই কেলৈ ইমান যন্ত্ৰণা সৈছ, গিৰীয়েৰৰ কথা কৈ দি ৰক্ষা পৰ!" কুঁৱৰীৰ এইবাৰ মনত বৰ বেজাৰ আৰু বিৰক্তি লাগিল। তেওঁ কৃত্ৰিম ক্ৰোধ দেখুৱাই কোঁৱৰক এইবাৰ এই বুলি উত্তৰ দিলে, "মোৰ গৃহস্থৰ কথা মই নকওঁ; ইবিলাকৰ-বা কি হৈছে? ইবিলাকক কোনে ইয়ালৈ মাতিছে? গুচিবা নাযায় কিয়?" অৰ্থাৎ ছদ্মবেশেৰে গদাধৰে তিনিবাৰ দেখা দিছেহি; যদি কেনেবাকৈ ৰজাৰ টেকেলাই গম পায়, তেনেহলে সকলো যন্ত্ৰণা-লাঞ্ছনা বৃথায় যাব! এই ভাবি জয়মতীয়ে "গুচিবা নাযায় কিয়" বুলি গদাপাণিক সঙ্কেত দিলে। জয়মতীৰ কথা শুনি গদাপাণিয়ে চন্দ্ৰ-সূৰ্যাদি দেৱতাক সাক্ষী কৰি ক'লে, "মই লুকোৱাৰপৰা আহি

তিনিবাৰ দেখা দি মোৰ কথা কৈ ৰক্ষা পৰিবলৈ কওঁহি, তেও তেওঁ নুশুনিলে ; এতিয়া আৰু আন কি উপায় আছে ?”

গদাপাণি সাহায্য-লাভৰ উদ্দেশ্যে নগা পৰ্বতৰ ফালে গ'লগৈ। চাউডাঙে চৈধ্য দিন ওপৰত কোৰাৰ দৰে জয়মতীক শাস্তি দিও গদাপাণিৰ বিষয়ে একোকে উলিয়াব নোৱাৰিলে। সদোশেহত, স্বামীৰ চৰণ চিন্তি জয়মতীয়ে এদিন সেই পাপাত্মাৰ ঘৃণনীয় সঙ্গ পৰিত্যাগ কৰি, নশ্বৰ দেহা এৰি চিৰস্মৰণীয় কীৰ্তি ৰাখি, আহোম-সকলৰ নাম পৱিত্ৰ কৰি, পৃথিৱীত নাৰীসকলক পতি-প্ৰাণতাৰ উদাহৰণ দেখুৱাই, বৈকুণ্ঠ-ধামলৈ প্ৰয়াণ কৰি, দময়ন্তী, সীতা, সাৱিত্ৰীৰ শাৰীত আসন অধিকাৰ কৰিলেগৈ। জয়মতীৰ দুটি পুত্ৰ আছিল ; মাতৃ-বিয়োগৰ পাছত ল'ৰা দুটিক বুঢ়ী আয়েকে প্ৰতি-পালন কৰিবলৈ নিলে। এই ল'ৰা দুটিৰ জ্যেষ্ঠটিয়েই আহোম ৰজাসকলৰ গৌৰৱস্বৰূপ ৰুদ্ৰসিংহ।

গদাপাণি নগা পৰ্বততে ছদ্মবেশেৰে থাকিল। তেওঁ নামচাং, টাব্‌লুং ইত্যাদি নগাৰ পৰ্বতবিলাকৰ আজি ইটো টিলাত, কালি সিটো টিলাত গৈ গোপনে থাকি, মনে মনে ভৈয়ামলৈ আহি পাণ, আলু, কচু, জলকীয়া ইত্যাদি বেচি জীৱিকা মোকলাবলৈ ধৰিলে আৰু মনে মনে ল'ৰা দুটিকো শাহুৱেকৰ ঘৰত চাই যায়হি। এনে এটি প্ৰবাদ আছে যে, এদিন হেনো গদাপাণি টাব্‌লুং নগা পৰ্বতত থকাৰ ভু পাই ল'ৰা-ৰজাৰ সেনাবিলাকে তেওঁক তাতে বেৰি ধৰিলেগৈ। সেই টাব্‌লুঙত বৰ ডাঙৰ ঘৰ যেন শিল এটা আছিল। গদাপাণিয়ে শত্ৰুৰ মাজত পৰি নিৰুপায় হৈ অতি গম্ভীৰ স্বৰেৰে বনদেৱীকে এই বুলি সম্বোধন কৰিবলৈ ধৰিলে, “হে মাতৃ, আজি মোৰ উদ্দেশ্য ৰক্ষা কৰাঁ।” গদাপাণিৰ সেই উক্তিত অকস্মাৎ পৰ্বতৰ সেই বিশাল শৈল-দ্বাৰ উদ্‌ঘাটিত হ'ল। গদাপাণি তাৰ মাজতে সোমাই থাকিল। ল'ৰা-ৰজাৰ সেনাই তেওঁক নাপাই উলটি আহিল। সেই শৈল-দ্বাৰৰ প্ৰকাণ্ড শিলটোক নগাইঁতে

আজিও পূজা-পাতল আদি দি ভক্তি কৰে। আৰু এদিন গদাপাণিক ল'ৰা-ৰজাৰ সেনাবিলাকে সেই পৰ্বতৰ মাজতে লগ পায়। সেই দিনাৰ সম্পৰ্কেও এটি অদ্ভুত ঔপন্যাসিক প্ৰৱাদ আছে। ল'ৰা-ৰজাৰ চৰবিলাকে যেতিয়া গদাপাণিক কেয়োফালৰপৰা বেৰি ধৰিলে, সেই সময়ত হেনো বৰগছ এজোপাত এজনা শ্যামাঙ্গিনী তিৰোতাৰ আবিৰ্ভাৱ হয়। তেওঁ সেই গছৰ ডাল এটাত মাটিলৈ ভৰি ওলমাই বহি তেওঁৰ দীঘল লহঙাৰ ( মেখেলাৰ ) তলতে গদাপাণিক সুমুৱাই লুকুৱাই ৰাখি শত্ৰুৰ হাতৰপৰা ৰক্ষা কৰিলে।

এইদৰে ঘনাই বিপদত পৰা দেখি, গদাপাণিয়ে নগা-পৰ্বত এৰি ভটীয়াই যাবলৈ মন কৰিলে। কামৰূপৰ বন্দৰ বৰফুকন গদাপাণিৰ ভিনীহিয়েক। নগা পৰ্বতৰপৰা নামি ভটীয়াই আহোঁতে বাটতে সলাল গোহাঁয়ে দেখি চিনি পাই উক্ত বন্দৰ বৰফুকনৰ ওচৰলৈ যাবৰ নিমিত্তে গদাপাণিক পৰামৰ্শ দিয়ে। গদাপাণিয়ে তেওঁৰ পৰামৰ্শ সাৰোগত কৰি কামৰূপলৈ গতি কৰিলে। তাত তেওঁ প্ৰথমে পোহাৰী এজনীৰ ঘৰত, তাৰ পাছত ব্ৰাহ্মণ এঘৰৰ আশ্ৰয়ত, তাৰো পাছত সেই অঞ্চলৰ চান্দকুচীয়া বৰুৱাৰ ঘৰত থাকে। কিন্তু তাত থকাও আপদ-শূন্য যেন নাভাবি তেওঁ ৰাণী গাঁৱলৈ আঁতৰি যায়। এই ৰাণী গাঁৱত গাৰোৱনী এজনীয়ে বৰ আতো-পুতো কৰি গদাপাণিক প্ৰতিপাল কৰে। এই গাৰোৱনীয়েই কামৰূপৰ বৰ্তমান ৰাণী ৰজা-বংশৰ আঁতি-গুৰি।

লাহে লাহে ল'ৰা-ৰজাৰ অত্যাচাৰ বেছি হ'ল। গদাপাণি বৰ বাহুবলী আছিল। সকলোৰে তেওঁ হুলস্থুলবোৰ গুচাব পাৰিব যেন ভাবি তেওঁক বিচাৰিবলৈ ধৰিলে। ইতিমধ্যত বন্দৰ বৰফুকনৰ লগত গদাপাণিৰ দেখা-সাক্ষাৎ হয়। পিছে, তেওঁৰ আৰু অন্যান্য ৰাজ-বিষয়াবিলাকৰ সাহায্যত গদাপাণিয়ে ১৬০৩ শকত আহোম ৰাজ-সিংহাসনত উঠি, কেনেকৈ গদাধৰসিংহ নাম গ্ৰহণ কৰি, অসম ৰাজ্য শাসন কৰিছিল, তাক বুৰঞ্জী-পাঠক মাত্ৰেই জানে। গদাধৰ

সিংহ স্বৰ্গদেৱৰ পাছত ৰৰপুত্ৰ ৰুদ্ৰসিংহ স্বৰ্গদেৱে পিতৃ-নিৰ্দেশ অনুসৰি তেওঁৰ মাতৃক ল'ৰা-ৰজাৰ সেনাবিলাকে যি ঠাইত বান্ধি শাস্তি কৰি বধিলে, সেই ঠাইডোখৰৰ ঘটনা চিৰস্মৰণীয় কৰিবৰ মনেৰে, সেই ঠাইডোখৰকে মাজ কৰি, জয়মতী কুঁৱৰীৰ নামে জয়সাগৰ নাম দি পুখুৰী এটা খনালে। আজিও শিৱসাগৰ জিলাত সেই জয়দ'ল আৰু জয়সাগৰে জয়মতী কুঁৱৰীৰ যশ-স্তম্ভৰূপ হৈ নানা দিগ্বিদেশত তেওঁৰ সুৰ-নাৰীসুলভ সতীত্বৰ পৰিচয় দি, অমৰ-বাঞ্ছনীয় অক্ষয় কীৰ্তি ঘোষণা কৰিব লাগিছে।

---

অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত' 'ৰত্নেশ্বৰ মহন্তৰ ৰচনাৱলী'ৰ সৌজন্যত। সম্পাদক

# জয়মতী কুঁৱৰী

## ড° সূৰ্যকুমাৰ ভূঞা

স্বামীৰ কাৰণে সতী জয়মতীয়ে অকাতৰে প্ৰাণত্যাগ কৰিলে, ৰাজবিষয়াৰ হাতত কঠোৰ নিৰ্যাতন ভুঞ্জা স্বত্বেও কুঁৱৰী নিজ প্ৰতিজ্ঞাৰপৰা স্খলিত নহল—এয়ে হৈছে জয়মতী কাহিনীৰ মূলতত্ত্ব। এই মূল কথাখিনি বছৰি বছৰি প্ৰতিধ্বনি হৈছে নাটকে, কবিতাই, সভাই-সমিতিয়ে। কিন্তু আজি ইমান দিনে এই হাড় কেডালৰ ওপৰত ছাল-মঙহ গজিব পৰা নাই। আমাৰ আগত জয়মতী কুঁৱৰী অলৌকিক ধৈৰ্য্যসম্পন্না স্বামীপ্ৰাণা তিৰোতা হৈ পৰিস্ফুটিত হৈছে, কিন্তু জয়মতীক আমাৰ লগৰে বাই-ভনীৰূপে আমি বুজিব পৰা নাই, অৰ্থাৎ জয়মতীৰ গাত সম্পূৰ্ণ মানবিকত্ব আমি অৰ্পণ কৰিব পৰা নাই। জয়মতী সম্পৰ্কীয় সকলো সৱিশেষ কথা অনুসন্ধান কৰি উলিওৱাৰ চেষ্টাৰ অভাবে অসমীয়া সমাজৰ দুৰ্ণাম আনিছে।

আনদেশত হোৱা হলে জয়মতীক কেন্দ্ৰ কৰি এটি বিপুল সাহিত্যৰ সৃষ্টি হ'লহেতেন। আমি আজিলৈকে নেজানোঁ জয়মতী কাৰ জীয়েক, তেওঁৰ মৃত্যু তাৰিখ কি, তেওঁৰ মাতৃদেৱী কোন, তেওঁৰ স্বামী গদাধৰসিংহই জয়মতীৰ উদ্দেশ্যে কোনো স্মৃতি-চিহ্ন দৌল-পুখুৰী নিৰ্মাণ নকৰিলে কিয়? আমি ইমান নিশ্চেষ্ট যে আজি কুৰি বছৰৰ পূৰ্বে স্বৰ্গীয় ৰত্নেশ্বৰ মহন্তই কলিকতাৰ "জোনাকী" কাকতত প্ৰকাশ কৰা 'জয়মতী কুঁৱৰী আৰু লাঙ্গি গদাপাণি' প্ৰবন্ধৰ কথাখিনিকে শেষ মীমাংসা বুলি শিৰোধাৰ্য কৰি হাত সাৱটি বহি আছোঁ। তাৰ উপৰি নতুন কথা নতুন তথ্য উলিয়াবলৈ আমি চেষ্টা কৰা নাই।

জয়মতী কুঁৱৰীৰ কথা শুনাৰ পাছত জানিবলৈ ধাউতি হ'ল, এই কাহিনী কাশীনাথৰ বুৰঞ্জীত নাই, গুণাভিৰামৰ বুৰঞ্জীত নাই, গেইটৰ বুৰঞ্জীতো নাই। সাঁচিপতীয়া বুৰঞ্জীবোৰতো চালোঁ, তাতো পোনতে জয়মতীৰ কাহিনী নাপালোঁ। জয়মতী সম্পৰ্কে অসমৰ প্ৰাচীন লিখিত সাহিত্য এইদৰে নিমাত কিয়? আগৰ দিনত তিৰোতাৰ মৃত্যুক বিশেষ অসাধাৰণ ঘটনা বুলি বিবেচনা কৰা নহৈছিল। যি জাতীয়তাৰ ঢৌৱে গোটেই জগত আজি প্লাবিত কৰিছে সেই ঢৌ বৰ্ত্তমান যুগৰ বাহানি। দেশপ্ৰেমৰে অনুপ্ৰাণিত হৈ আমি বৰ্ত্তমানৰ পতিত অসমীয়াই জয়মতীৰ কাহিনীত সঞ্জীৱনী মন্ত্ৰ লাভ কৰিছোঁ। আগৰ দিনত মানুহে এনে ধৰণৰ ঘটনাক দেশপ্ৰেমৰ পোহৰত পেলাই চাবলৈ নাজানিছিল। সেইদেখি প্ৰাচীন বুৰঞ্জী-লিখকে জয়মতীৰ মৃত্যুক এটা সাধাৰণ ঘটনা বুলি বিবেচনা কৰিছিল। জয়মতীৰ কাহিনী নথকা বুৰঞ্জীৰ সম্ভাৰ লৈ কাশীনাথ, গুণাভিৰাম আৰু গেইটে নিজৰ বুৰঞ্জী সংকলন কৰাত জয়মতীৰ কথা তেওঁলোকৰ গ্ৰন্থৰপৰা বাদ পৰিছে। এই তিনি গ্ৰন্থত জয়মতীৰ কথা নাই বুলিয়েই যে সতী জয়মতী নাছিল, এইবুলি যদি কোনোবাই ভাবে তেন্তে তেওঁৰ যুক্তি কিম্ভূত-কিমাকাৰ হ'ব।

মোৰ কিন্তু অন্তৰি বিশ্বাস আছিল যে কোনো এখন বুৰঞ্জীত কেতিয়াবা জয়মতীৰ কথাৰ অতি সামান্যৰূপে হলেও উল্লেখ পোৱা যাব। অৱশেহত তেনে ধৰণৰ দুষাৰি কথা পোৱা গ'ল স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াই সংগ্ৰহ কৰা দুখন সাঁতিপতীয়া পুৰণি বুৰঞ্জী পুথিত। আমাৰ আৰু বিশ্বাস যে অসমৰ বুৰঞ্জী পুথি বিচাৰ কৰিলে ক'ৰবাত সতীৰ সম্পৰ্কে বিস্তৃত বিৱৰণ পোৱা যাব।

গদাপাণি কোঁৱৰৰ ভাৰ্য্যা জয়মতীয়ে শাস্তিত যে প্ৰাণ হেৰুৱাইছিল সেই বিষয়ে অকণো সন্দেহ নাই। ওপৰত কোৱা এখন বুৰঞ্জীত স্পষ্ট লিখা আছে,—"সেইবেলা, ( লালুকসোলা ) বুঢ়াফুকনৰ ভয়ত ( গদাপাণিয়ে ) দুইজনা কোঁৱৰক নগাচাঙ্গত থৈছিলে। গৰ্ভে

সৈতে আইকোঁৱৰীদেও শাস্তিতে মৰিল।” দ্বিতীয়খন বুৰঞ্জীত আছে, “সেইবেলা বৰফুকনে ৰজাৰ কোঁৱৰ যিখনি পায় মানে বিচাৰি মৰালে। গদাপাণিক বিচাৰি নাপাই ঘৰিণীয়েকক পাই শাস্তিতে মাৰিলে।” যিজনে জয়মতীক শাস্তিতে মাৰিলে তেওঁ আছিল এজন দখিণপটীয়া হাজৰিকা। তেওঁৰ নামটো তেওঁৰ কাৰ্যৰ দৰে আপচু—সমাজৰ অশ্ৰাব্য। শ্ৰীযুত জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে ‘জয়মতী’ বায়স্কোপত এই দখিণপটীয়া হাজৰিকাক গাঁঠি হাজৰিকা নাম দি অৱতাৰণা কৰিছে। উপৰোক্ত দুফাকি বচন সেইকালৰ অন্যান্য ঘটনাবলীৰ মাজত অসমৰ “বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে” প্ৰকাশ কৰা ‘তুংখুঙ্গীয়া বুৰঞ্জী’ত যথাস্থানত সন্নিবিষ্ট কৰি দিয়া হৈছে। ওপৰৰ দুআষাৰ বাক্য জয়মতী কাহিনীৰ বীজমন্ত্ৰ বুলি কলেও সৰহ কোৱা নহয়।

“গদাপাণিক বিচাৰি নাপাই ঘৰিণীয়েকক পাই শাস্তিতে মাৰিলে,” —স্থিৰগম্ভীৰ ডাঙৰীয়া আৰু বিষয়াসকলে চকু মুদি থাকিবলৈ পালে কেনেকৈ? তেতিয়াৰ দিনৰ অসমীয়া মানুহ ইমান নিষ্ঠুৰ, অনাচাৰী আৰু অত্যাচাৰী আছিলনে যে এগৰাকী অবলা তিৰোতাক ৰাজদণ্ডিত পেলাই প্ৰাণহত্যা কৰিলে? জয়মতীৰ প্ৰাণহত্যা অসমীয়া সমাজৰ সুবিবেচিত সুচিন্তিত উমৈহেতীয়া কৰ্ম নহয়। ইয়াৰ মূলত আছিল এজন পৰাক্ৰমী স্বাৰ্থান্ধ বিষয়া। স্বাৰ্থান্ধ মানুহৰ পক্ষে মান-সম্ভ্ৰম, দেশপ্ৰেম, দয়া-মমতা, এইবোৰ স্বাৰ্থসিদ্ধিৰ বাটৰ অযথা হেঙ্গাৰ, তাক ভঙাত তেওঁলোকৰ এধানমানো কুণ্ঠা নজন্মে।

এই স্বাৰ্থান্ধ বিষয়াজন আছিল লালুকসোলা বৰফুকন। এওঁ মোমাই-তামুলী বৰবৰুৱাৰ পুতেক, লাচিত বৰফুকনৰ ককায়েক, আৰু আওৰংজেবৰ পুত্ৰ চুলতান আজমতৰাৰ অসমীয়া বেগম ৰমণী গাভৰু বা ৰহমত বানুৰ মোমায়েক। ল'ৰা-ৰজা বাস্তৱিকতে ল'ৰা আছিল, বয়স মাত্ৰ চৈধ্য বছৰ। ৰাজ্যৰ সৰ্বনিয়ন্তা আছিল এই লালুকসোলা বুঢ়াফুকন। লালুকসোলাই ৰজাৰ শাসনকৰ্তা

ভাগিন-জোঁৱাই চুলতান আজমতৰাৰে সৈতে অভিসন্ধি কৰি অসম ৰাজ্যৰ ৰজা হবলৈ বিচাৰিছিল। ইয়াৰ কাৰণে লালুকসোলাই গুৱাহাটীত বৰফুকন হৈ থকা কালত বঙ্গালবপৰা চাৰি লাখ টকা ৰিচ্‌পত খাই গুৱাহাটী ৰাজ্য বিনাযুদ্ধে বঙ্গালক এৰি দি উজনীলৈ যাত্রা কৰিলে, শক ১৬০০।১০ ফাগুন। লালুকে চুডৈফা পৰ্বতীয়া ৰজাক বধ কৰি চৈধ্য-বচৰীয়া চুলিক্‌ফা ৰত্নধ্বজ সিংহ ল'ৰা-ৰজাক সিংহাসনত বহুৱালে।

নিজৰ ক্ষমতা বঢ়াবৰ কাৰণে পাঁচ-বছৰীয়া জীয়েকক ল'ৰা-ৰজাৰ বৰকুঁৱৰী পাতি লালুকসোলা ৰজাশহুৰ হৈ পৰিল। সাতঘাটৰ যেই সেই ৰজাই ল'ৰা-ৰজা হ'লহেঁতেন। এইখিনিতে কব লাগিব, যিসকল নাট্যকাৰে ল'ৰা ৰজাই জয়মতীক শাস্তি দিছিল বুলি দেখুৱায়, আৰু তাৰ কাৰণ আছিল বুলি কয় যে জয়মতীয়ে পূৰ্বে ল'ৰা-ৰজাই যাচি দিয়া প্ৰেম প্ৰত্যাখ্যান কৰিছিল, তেওঁলোকে বিষম ভুল আৰু অন্যায় কৰে। ল'ৰা-ৰজা আৰু জয়মতীৰ প্ৰথম পুত্ৰ লাইকোঁৱৰ বা ৰুদ্ৰসিংহ দুয়ো প্ৰায় সমান বয়সীয়া। নাট্যকাৰসকলে তেনে প্ৰেমৰ কাহিনী উদ্ভাৱনা কৰি সংসাৰত নোহোৱা-নোপজা শুনিবলৈ গৰ্হিত কথাৰ মাথোন সৃষ্টি কৰে। আৰু যেন নকৰে এয়ে আমাৰ অনুৰোধ।

লালুকসোলা বুঢ়াফুকনে ইমান পয়োভৰ আৰু ক্ষমতা পালে কেনেকৈ? ইয়াক বুজিবলৈ হ'লে কেবছৰমানৰ আগৰ ঘটনা মনত পেলাব লাগিব। ১৬৭১ খৃষ্টাব্দত শৰাইঘাটৰ যুদ্ধত ৰাজপুত ৰজা আৰু মোগলৰ সেনাপতি ৰামসিংহ লাচিত ফুকনৰ হাতত পৰাস্ত হৈছিল। ৰামসিংহ পৰাস্ত হৈ পুনৰ অসম আক্ৰণ কৰিবৰ অভি-প্ৰায়েৰে মোগল আৰু অসমৰ সীমান্তবৰ্তী ৰঙ্গামাটী থানাত থাকি সুবিধাৰ কাৰণে বাট চাই আছিল। সেই কালৰ সতৰ্ক অসমীয়াই ইয়াৰ কাৰণে গুৱাহাটীৰ গড়ত ভালমতে সেনাপতি আৰু সৈন্য-সামন্ত থৈ ৰামসিংহৰ আক্ৰমণ ব্যৰ্থ কৰিবলৈ সক্ষম্‌ হৈ আছিল।

উজনীৰ ৰাজধানীৰ বিচক্ষণ দেশপ্ৰেমিক ৰাজনীতিজ্ঞ বিষয়াসকল এই আগন্তুক যুদ্ধৰ কাৰণে গুৱাহাটীত থাকিবলৈ বাধ্য হৈছিল। দেশপ্ৰেমিক বুদ্ধিমান বিষয়াসকল ভাটীৰ গুৱাহাটীত থকাত উজনীৰ ৰাজধানীত থকা তলখাপৰ আৰু তলমনৰ বিষয়াসকলে নিজৰ স্বাৰ্থ সিদ্ধি কৰিবৰ বিশেষ সুবিধা পাইছিল। এই সুবিধাৰ প্ৰলোভনত পৰি ভাল ভাল বিষয়াসকলবো নিজৰ কৰ্তব্যৰপৰা ভৰি পিছলিছিল। সেইদেখি শৰাইঘাটৰ যুদ্ধৰপৰা গদাধৰসিংহ ৰজা হোৱালৈকে এই দহ বছৰৰ ভিতৰত সাতজন ৰজা আহোম ৰাজপাটত বহিছিল।

তাৰ কেজনমানে মাথোন কুৰিদিনলৈকেহে ৰাজত্ব কৰিছিল। চক্ৰান্তকাৰী মন্ত্ৰীসকলেই ৰাজ্যৰ সৰ্বেসৰ্বা স্বয়ম্ভু ঈশ্বৰ আছিল; ৰজা আছিল নামতহে। শাসনৰ মূল বান্ধনি সোলোক-ঢোলোক হোৱাত গুৱাহাটীৰ বৰফুকন লালুকসোলাই গুৱাহাটী ৰাজ্য এৰি উজনীত ৰজা হৈ স্বয়ংৰূপে প্ৰবৰ্তিবলৈ যাত্ৰা কৰিলে।

ইতিমধ্যে লালুক ফুকনে চুলতান আজমতৰা আৰু ৰমণী গাভৰুলৈ চিঠি-পত্ৰ দি আছিল। তেওঁলোকৰ বিশেষ হেপাহ হ'ল যে মোমায়েক অসমৰ সিংহাসনত বহে, আৰু সেই চেষ্টাত লালুকক সহায় কৰিম বুলি দুয়ো চিঠি দিলে। তেওঁলোকৰ সাহায্য-প্ৰতিজ্ঞা পাই লালুকৰ ৰজা হোৱা অভিলাষ এইবাৰ গজগজীয়া হ'ল। ৰজা হোৱাৰ বাট মুকলি কৰিবৰ কাৰণে ৰজা হ'ব পৰা সকলো আহোম কোঁৱৰক লালুকে এফালৰপৰা ধ্বংস কৰিবলৈ ধৰিলে। লালুকে ভাবিছিল, ৰাজ্যৰ প্ৰতিদ্বন্দ্বী কোঁৱৰবোৰক মাৰি-কাটি খাস্তাং কৰি আঠুৰা তলৰ মহ ল'ৰা-ৰজাক লাহেকৈ এদিন টেটুত চেপি ধৰি নিজে সিংহাসনত বহাটো একো টান কথা নহ'ব।

লালুক বুঢ়াফুকনৰ সকলো কাৰ্যাৱলী এই উদ্দেশ্য সাধনৰ অৰ্থে প্ৰযুক্ত হ'ল। এনে সময়ত চুলতান আজমতৰাই গোবিন্দৰাম নামে এজন কটকীক লালুকলৈ আশা-ভৰষাৰ কথা লিখি চিঠি দি পঠাই-ছিল। এই কটকীক তুলিবৰ বেলিকা লালুকে ৰাজভঁৰালৰপৰা

মুকুট, চন্দ্ৰতাপ আদি ৰাজযোগ্য অলঙ্কাৰ বস্তু চুৰ কৰি আনি তাক পিন্ধি মহাপয়োভৰেৰে সভা কৰি বহিছিল। এই লালুকেই বীৰবৰ সুমন্ত্ৰী দেশপ্ৰেমিক আতন কক্ম বুঢ়াগোহাঁঞি ৰাজমন্ত্ৰী ডাঙৰীয়াক দুইমুনিশিলাতে নিগ্ৰহ কৰি বন্দী কৰি হত্যা কৰিছিল। অইন নহলেও আতন বুঢ়াগোহাঁঞি ডাঙৰীয়া ক্ষেত্ৰত থকা হ'লে লালুক বৰফুকনে এনে ধৰণৰ অকাৰ্য কৰিব নোৱাৰিলেহেঁতেন।

লালুক বৰফুকনক জয়মতী-বধ আখ্যানৰ সৰ্বপ্ৰধান নায়ক বুলি যে আমি বৰ্ণাইছো তাৰ ভেটি সমসাময়িক বুৰঞ্জী। এইদৰে অসামান্য ক্ষমতাৰ অধীশ্বৰ হৈ লালুক বৰফুকনে স্বয়ংৰূপে প্ৰবৰ্তিব পৰা হলে অসমক মোগল প্ৰভাবে ভৰিবপৰা মূৰলৈকে ছাটি পেলালেহেঁতেন।

কিন্তু অত্যাচাৰীৰ গতিৰোধ কৰিবলৈ অসমীয়াই জানিছিল। ৰজাক নামত ৰাখি লালুকে অপ্ৰতিহতভাৱে অন্যায় কাম কৰিছে। এই লালুকেই আতন বুঢ়াগোঁহাঞিক মাৰিছে, আৰু এই লালুকেই ৰজাৰ বোৱাৰী জয়মতীৰ প্ৰাণসংহাৰ কৰিছে, ইয়াক দেখি ৰাইজৰ চেতন আহিল। নগঞা শইকীয়া ভোটাই ডেকা প্ৰমুখ্যে লালুকৰ তলতীয়া কৰ্মচাৰী কেজনমানে লালুকৰ অকাৰ্য দেখি তেওঁক এদিনা ৰাতি ঘৰতে খুঁচি মাৰিলে, ১০৬২ শক, আঘোনৰ দহ দিন যাওঁতে মঙ্গলবাৰে। ইপিনে কলিয়াবৰত থকা ডাঙৰীয়া বিষয়াসকলে উজনীৰ বিষয়াসকলক মাতি আনি একে-ঠাই হৈ আলোচনা কৰিলে— "গুৱাহাটীলৈকে হ'ল মোগলৰ ৰাজ্য। লাহে লাহে বঙ্গালে উজনীৰ ৰাজধানীলৈকে বেঙ্গা মেলিব। ৰজা হ'ল নিশকতীয়া। অসমৰ্থ ৰজাই ৰাজ্য ৰক্ষা কৰিব কেনেকৈ? গতিকে, আমি সকলোটি একে যুগুতি হৈ বলী, গুণী, সাহিয়াল, উদ্যোগী গদাপাণি কোঁৱৰক সেৱা কৰি ৰজা বৰি লওঁ।"

সেই সময়ত দেশান্তৰ ভ্ৰমি গদাপানি কোঁৱৰ কলীয়াবৰত আছিলহি। তেওঁ নিজে আৰু আন মানুহক লগাই ভাটীৰ বৰফুকন বন্দৰক বুজাই-বঢ়াই নিজৰ পক্ষীয় কৰি লৈছিল। ৰাজ্যৰ গুৰি

ধৰি ৰাজ্য ৰক্ষা কৰিবলৈ গদাপাণিৰ একাগ্ৰ ইচ্ছা আৰু দৃঢ়প্ৰতিজ্ঞাৰ প্ৰমাণ পাইহে বিষয়াসকলে তেওঁক ৰজা পাতিবলৈ বিচাৰিছিল। গদাপাণিৰ নিঃস্বাৰ্থ একাগ্ৰতা আৰু বিষয়াসকলৰ তেওঁৰ শক্তিত অটুট বিশ্বাস, এই দুইৰ সমাবেশতহে গদাপাণি কোঁৱৰে ৰাজ্যলাভ কৰে। বিষয়াসকলে কলীয়াবৰত গদাপাণিক ৰজা পাতি আঠুলৈ সেৱা কৰিলে, পাছত তেওঁক গড়গাঁৱলৈ নি যথাবিহিত ভাৱে সিংহাসনত বহুৱালে ; কাৰণ বিহৰ সঁচ থোৱা ভাল নহয় বুলি ল'ৰা-ৰজাক নামৰূপলৈ নি বধ কৰিলে। গদাপাণি কোঁৱৰে সিংহাসনত বহি গদাধৰসিংহ নাম ল'লে।

শিঙৰীঘৰ উঠা উৎসৱত সিংহাসনত ৰজাৰ সৈতে বহিবলৈ ৰজাৰ বৰকুঁৱৰী লাগে। গদাধৰসিংহই দিহিঙীয়া বৰবৰুৱাৰ ভায়েক পানীফুকনৰ জীয়েকক বৰকুঁৱৰী পাতি ল'লে।

তিৰোতা মৰে, পুৰুষে নকৈ এজনী বিয়া কৰি নতুন গৃহসংসাৰ কৰি সুখী হয়। গদাধৰসিংহও সেইদৰে সুখী হৈছিল। জয়মতীৰ স্মৃতি তেওঁৰ অন্তৰত জাগ্ৰত আছিলনে নাই তাক জানিবলৈ হলে আঢ়ৈ-শ বছৰ পিচ হুঁহকি গৈ গদাধৰসিংহ মহাৰাজক সন্মুখা-সন্মুখিকৈ সুধিব লাগিব। অনুমান কাৰ্য বুদ্ধিৰ পৰিচায়ক হ'ব পাৰে, কিন্তু সত্য-স্বৰূপে সি শেষ সিদ্ধান্ত নহয়। কিন্তু গদাধৰসিংহৰ কাৰ্যাৱলী আমাৰ আগত পৰি আছে। স্বৰ্গদেৱে দুজনী নগাৰ কুঁৱৰী আনি কাৰেঙত ঠাই দিলে, আৰু প্ৰৱসুৱা কালৰ মিত্ৰ সোণাদৈ বহদৈ আৰু ভোগদৈ বোলা তিনীজনী তিৰোতাৰ নামে দ'ল-পুখুৰী সাজিলে। কিন্তু গদাধৰসিংহৰ ৰাজত্বত জয়মতীৰ স্মৃতিচিহ্ন ৰখাৰ কোনো ব্যৱস্থা নহ'ল। ধন্য গদাপাণি!

মানৱ প্ৰকৃতি অতি গূঢ় ৰহস্য। জয়মতীৰ বুকুৰ জীউ লাই-কোঁৱৰক স্বৰ্গদেৱে যুৱৰাজ পাতি সিংহাসনত উঠাৰ বাট সুগম কৰি দিলে। জয়মতীৰ স্মৃতি স্বতঃই সংৰক্ষিত হ'ল।

বাপেকে নকৰা কাম পুতেকে কৰিলে। জয়মতীক শান্তি দিয়া

ঠাইত দৌল-পুখুৰী বান্ধি ৰুদ্ৰসিংহই তাতে নকৈ ৰাজধানী পাতিলে, নাম থলে ৰংপুৰ। গদাপাণিৰ মানত জয়মতী যেনে, পানীফুকনৰ জীয়েক বৰকুঁৱৰীও তেনে হ'ব পাৰে, কিন্তু সন্তানৰ মানত গৰ্ভধাৰিণী মাতৃ এক, অদ্বিতীয় আৰু অসলনীয়।

লাই আৰু লেচাই সতী জয়মতীৰ দুটি মাত্ৰ সন্তান বুলি মানুহে জানে। মৃত্যুৰ সময়ত জয়মতী গৰ্ভৱতী আছিল বুলি বুৰঞ্জীয়ে খাতাংকৈ কৈছে। স্বৰ্গীয় দুতিৰাম হাজৰিকাই পুৰন্দৰসিংহ মহাৰাজ আৰু ৰামেশ্বৰসিংহ যুবৰাজৰপৰা কথা সংগ্ৰহ কৰি পদ্যত এখন অসম বুৰঞ্জী ৰচনা কৰিছিল। এই বুৰঞ্জী অসম গভৰ্ণমেণ্টৰ "বুৰঞ্জী আৰু পুৰাতত্ব বিভাগ"ৰ দ্বাৰা প্ৰকাশিত হৈছে। দুতিৰামৰ বুৰঞ্জী মতে জয়মতীৰ লগত তেওঁৰ জীয়েক এজনীও শাস্তিতে মৰিছিল। এই কথাষাৰ উক্ত বুৰঞ্জীত এইদৰে আছে,—

ৰাজ-আজ্ঞা পায়া দূতে শাস্তি কৰে ধৰি।
দেখায়ো স্বামীক তোৰ বিলম্ব নকৰি॥
ৰাণী বোলে আমি নিচিনিয়া আছোঁ ঠাই।
মৰিলে বা জীয়া কৈত আছয় লুকাই॥
ৰাজকুমাৰীকো শাস্তি মাতৃৰ লগত।
দেখায়া দিয়োক তোমাসাৰ পিতা কৈত॥
বোলে কুমাৰীয়ে পিতা কৈক লাগি যায়।
নাপাইলোঁহো দেখা মই আছিলোঁহো শুই॥
কৈক গৈল কি কৰিল নাজানিলোঁ কথা।
সেহিহেতু হুয়া আছে ইহেন অৱস্থা॥
সুগুনে ইহাক পুনৰপি শাস্তি কৰে।
বৈয়া যায় ৰুধিৰ মাংসও যায় গাবে॥
সুকোমল কোমল লাৱণ্য অঙ্গ তাৰ।
কেনমতে কোৰ সহিবেক চাবুকৰ॥

নভৈলেক দয়া কিছু দণ্ড কৰে ধৰি।
সহিবে কিমতে তিনি দিনে গৈলা মৰি॥
তথাপি নভৈল শান্ত নৃপতিৰ মন।
ৰাণীকো কৰিবে শাস্তি দিলা দিনেদিন॥

সতী জয়মতীৰ স্মৃতিত তৰ্পণ দি আজি অসমীয়া নৰনাৰীয়ে গৌৰৱবোধ কৰিছে, কিন্তু সতীৰ পিতৃদেৱ কোন আছিল তাৰ শেষ সিদ্ধান্ত হোৱা নাই। কোনেও সত্য উলিয়াবলৈ চেষ্টা নকৰাটো আমাৰ পক্ষে বৰ লাজৰ কথা হৈ আছে। গদাপাণি আছিল স্বৰ্গদেৱ গোবৰ ৰজাৰ পুত্ৰ। গোবৰ ৰজা ১৫৯৬ শকত মাত্ৰ কুৰি দিনৰ কাৰণে সিংহাসনত বহিছিল। বাপেক ৰাজ সিংহাসনত বহাৰ পূৰ্বে নিশ্চয় গদাপাণিয়ে বিয়া কৰাইছিল। সিংহাসনস্থ ৰজাৰ পুতেক নহলেও এটা নামজ্বলা শিৰফুটা ৰাজফৈদৰ কোঁৱৰ বুলি দেশ-দস্তুৰ মতে গদাপাণিয়ে নিশ্চয় কোনো সাতঘৰীয়া আহোম পৰিয়ালৰ ছোৱালী বিয়া কৰাইছিল। ৰুদ্ৰসিংহক ৰাইজে নিৰ্বিবাদে ৰজা মানি লৈছিল। তেওঁৰ মাতৃদেৱী সামান্য বংশৰ হ'লে ৰাইজে তেওঁক একছত্ৰ সিংহাসনৰ অধিপতি বুলি স্বীকাৰ কৰিবলৈ টান পালেহেঁতেন। এতিয়া কথা হৈছে জয়মতী কাৰ ঘৰৰ জীয়ৰী? এই বিষয়ে তথ্য উলিয়াবলৈ আমাৰ হাতত সঁজুলিৰ অভাৱ। কল্পনা আৰু অনুমানৰ ঠেং ঘাতকৈ চুটি, তাৰ ওলম স্বৰূপে ডাঠ আৰু অকাট্য প্ৰমাণ নাথাকিলে তেনে অনুমান সৰহপৰ তিষ্ঠিব নোৱাৰে। কোনোবাই এই সম্পৰ্কে প্ৰমাণমূলক সমসাময়িক তথ্য সংগ্ৰহ কৰি জয়মতীৰ পিতৃত্ব নিৰূপণ কৰিব বুলি আশা কৰিলোঁ।

কিছুদিনৰপৰা, এটা প্ৰবাদ চলিছে যে জয়মতী মাহুৰিয়াল লাইথেপেনা বৰগোহাঁইৰ জীয়েক আছিল। এইকথা সত্যও হ'ব পাৰে, কিন্তু তাৰ প্ৰমাণৰ অভাৱত তাকে সত্য বুলি মানি বুৰঞ্জীৰ অন্তৰ্গত কৰিব নোৱাৰি। লাইথেপেনা বৰগোঁহাইৰ একুৰি চাৰিজন পুতেক আছিল বুলি বংশাৱলীৰপৰা জনা যায়, আৰু কেজনমানে

ডাঙৰ বিষয়ো খাইছিল। এই ছ-অঁৰা পুতেকৰ এটিয়েও জয়মতীৰ শাস্তিত হকাবধা কৰাৰ কথা আমি জানিব পৰা নাই। জয়মতীৰ শাস্তিৰ সময়ত লাইথেপেনা বৰগোহাঁই ডাঙৰীয়া ল'ৰা-ৰজাৰ লগতে উজনিত আছিল। জয়মতী যদি লাইথেপেনাৰ জীয়েকেই হ'ল, তেওঁৰা জীয়েকৰ শাস্তিত চকু মুদি আছিল কিয় আৰু কেনেকে? অৱশ্যে এইটো স্বীকাৰ কৰিব লাগিব যে লাইথেপেনা বৰগোহাঁই বা তেওঁৰ পৰিয়ালৰ কোনোজনৰ প্ৰতিবন্ধকৰ অভাৱ হোৱা সত্বেও জয়মতী লাইথেপেনাৰ জীয়েক হ'ব পাৰে, যিহেতু তেওঁলোকে হকাবধা নকৰাৰ কিবা অজ্ঞাত কাৰণ থাকিব পাৰে। আৰু খেনোৱে জয়মতীক সন্দিকৈৰ ঘৰৰ জীয়ৰী বুলি কয়। এইদৰে দাবী কৰাৰ লগে লগে প্ৰমাণ দাঙি ধৰিলে সত্য নিৰূপণ কৰাত সকলোৰে সহায় হয়। কিন্তু তেনে ধৰণৰ প্ৰমাণ সংগ্ৰহৰ উদ্যোগ নেদেখাতহে আমি দুঃখিত হৈছোঁ।

জয়মতী সম্পৰ্কে মানুহৰ মাজত কিছুমান জনশ্ৰুতি প্ৰচলিত আছে। এই জনশ্ৰুতিবোৰ দুইভাগত ভগাব পাৰি। প্ৰথম, যিবোৰ জনশ্ৰুতি প্ৰকাশিত নাটক আৰু কাব্যত থকা কথাৰ ওপৰত আশ্ৰয় লৈ বাঢ়ি আহিছে; দ্বিতীয়, যিবোৰত প্ৰকাশিত গ্ৰন্থৰ ছাঁ পৰা নাই, অৰ্থাৎ যিবোৰ স্বাভাৱিকভাৱে মানুহৰ মাজত ঠাল-ঠেঙুলি বাঢ়ি কালপৰম্পৰাই চলি আহিছে।

এই দ্বিতীয়বিধ জনশ্ৰুতিৰপৰাহে সত্য নিৰূপণ কৰাত আমাৰ বেছি সহায় পোৱাৰ সম্ভাৱনা। সমসাময়িক লিখিত কাহিনীৰ অভাৱত কোনোবাই এই কিম্বদন্তীবোৰ গাঁৱে-ভুঞে গৈ বুঢ়া-মেঠা মানুহৰ মুখৰপৰা শুনাৰ গতেৰে তাত বহল নেসানি আৰু নাল নলগাই লিপিবদ্ধ কৰিলে জয়মতী-সাহিত্যৰ অঙ্গ পৰিপুষ্টি হ'ব, আৰু অসমীয়া ৰাইজে আগৰেপৰা এই কাহিনীকে কিদৰে গ্ৰহণ কৰিছিল, কি চকুৰে চাইছিল, তাৰ বিষয়ে ভালকৈ জানিব পৰা যাব। আমাৰ বৰ্ত্তমানৰ জয়মতী সাহিত্য বৈচিত্ৰ্যবিহীন, তাৰ

যাই খোপনি হৈছে স্বৰ্গীয় ৰত্নেশ্বৰ মহন্তৰ প্ৰবন্ধটিয়েই। তাৰ ওপৰত যদি কোনোবাই নতুন কথা লগাইছে সেই কথাও একেবাৰে নিৰ্ভুল নহয়।

এই সকলোবিলাক সমস্যাৰ ভাল মীমাংসা হ'লেহে জয়মতী মানবীৰ বেশেৰে আমাৰ আগলৈ ওলাব, তেতিয়াহে আপোনালোকে পূৰ্ণমাত্ৰা অনুভৱ কৰিব জয়মতী আমাৰ লগৰে এজনী। তেতিয়া হ'লে জয়মতীৰ প্ৰতি এতিয়াৰ ভক্তিৰ লগে লগে মৰমচেনেহৰ সোঁত বৰলৈ ধৰিব। সেই জয়মতীক দেখিলে আপোনালোকে উৰুলীকৃত হৈ আকোঁৱালি ধৰি ক'বলৈ মন যাব, "আহক, বাইদেউ, বহক। আজিচোন ভালেমান দিন আমাৰ ফালে আহিবলৈকে এৰিলে, আমালৈ চাগৈ পাহৰিলেই! বাইদেউৰ মুখখনি একেবাৰে চেৰেমা পৰিল। বৰ কষ্ট পালে, নহয়, বাইদেউ?" এই নতুন জয়মতীৰ প্ৰতি এটি প্ৰাণৰ আকৰ্ষণ সৃষ্টি হ'ব।

আজিৰ অৰ্থাৎ পুৰণা জয়মতীক দেখিলে আপোনালোকে আঠু কাঢ়ি সেৱা কৰি মাথোন ক'ব, "দেৱী! তুমি ধন্যা। তুমি মাতৃভূমিৰ মুখ উজ্জ্বল কৰিলা, তোমাৰ স্মৃতিৰ পৰশে অসমীয়াৰ নিৰ্জীৱ ধমনীত শোণিত-বিন্দুৰ সঞ্চাৰ কৰিছে। তোমাৰ নামত অসম-জননী গৌৰৱান্বিত। তোমাৰ স্মৃতিক দেশ-বিদেশৰ মানুহে অৱনত মস্তকে পূজা কৰিছে।"

আজিৰ জয়মতী স্বৰ্ণসীতা, তাত আছে মণিকাঞ্চনৰ সমুজ্জ্বল জ্যোতি, তাত আছে ষোড়শোপচাৰ পূজা, কিন্তু তাত নাই প্ৰাণ। নতুন জয়মতী হৈছে অচল সীতা, যি সীতাই পুতেক লৱ-কুশক আশ্ৰমী অৱস্থাৰেই খুৱাই-বুৱাই শিক্ষাগুৰু বাল্মিকীৰ হাতত গতাই দিছিল। জয়মতী-ভক্ত অসমীয়া বাইজ, এই নিবাসিতা আচল সীতা বিচাৰি উলিয়াবৰ সময় আহিল।

জয়মতীক ৰাজসভালৈ অনা হৈছিলনে নাই? সভা বিদ্যমানে যথাযথভাৱে ৰবচ'ৰাত জয়মতীক সোধা হৈছিলনে—"তোমাৰ স্বামী

ক'ত গ'ল কোৱা ?" ৰজাৰ চ'ৰাত এই আজ্ঞা প্ৰচাৰিত হৈছিলনে, "তোমাৰ স্বামীৰ কথা নকলে তোমাক শাস্তি দিয়া হ'ব।" নাইবা ৰাজচ'ৰা, ৰজা আৰু পাত্ৰমন্ত্ৰীৰ সংস্পৰ্শলৈ নানি আলেঙ্গে আলেঙ্গে লালুক বৰফুকনৰ আজ্ঞাবাহক কৰ্মচাৰী দক্ষিণপটীয়া হাজৰিকাই বা চাওডাঙ্গে জয়মতীক শাস্তি দি মাৰিছিল ?

এইটো বৰ ডাঙৰ কথা, কাৰণ এই সমস্যাৰ সিদ্ধান্ত নিৰূপণৰ ওপৰত অসমীয়া জাতিৰ কলঙ্ক আৰু মৰ্যাদা নিৰ্ভৰ কৰিছে। অৰ্থাৎ ৰাজচ'ৰাত ৰজা, পাত্ৰমন্ত্ৰী বিদ্যমানে জয়মতীক শাস্তি দিয়াৰ আজ্ঞা যদি সত্য হয়, তেন্তে অসমীয়া জাতিৰ প্ৰতিনিধি এই ৰজা আৰু পাত্ৰ-মন্ত্ৰী তেনে অন্যায় আৰু অমানুষিক আজ্ঞাৰ প্ৰত্যক্ষ বা নিখাত সমৰ্থনকাৰীৰূপে গোটেই অসমীয়া জাতিৰ ওপৰত কলঙ্কৰ চেকা পেলাইছে। যদিহে ৰাজসভাত এনে আজ্ঞা প্ৰচাৰিত হোৱা নাছিল, যদি উচ্চাভিলাষী স্বাৰ্থান্ধ লালুকসোলা বুঢ়াফুকনে নিজৰ অভিসন্ধি সিদ্ধি কৰিবৰ নিমিত্তে চাওডাঙ্গৰ হতুৱাই জয়মতীক ঘৰৰপৰা আনি গিৰীয়েকৰ কথা সুধি একো সমিধান নাপাই শাস্তি দি মাৰিলে, যদিহে প্ৰতিবন্ধক দিবলৈ সুবিধা পোৱা দূৰৈত থাওক, ৰজা আৰু পাত্ৰমন্ত্ৰীয়ে লালুকসোলাই আঁতৰে আঁতৰে ক'ত কি দুষ্কাৰ্য কৰিছে তাৰ একো সন্তেদকে নাপালে, তেন্তে জয়মতীৰ হত্যা এজন মানুহৰ কুকীৰ্তিৰ পৰিণতি বুলি ধৰিব পাৰি।

কোঁৱৰ হ'ল বুলিলেই যে দেশৰ আইন মতে বধ্য হ'ল সেইটো নহয়। কোঁৱৰৰ বিৰুদ্ধে বিশেষ অভিযোগ থাকিব লাগিব, বিচাৰত তেওঁৰ অপৰাধ প্ৰমাণিত হ'ব লাগিব, ৰজাই ডাঙৰীয়া বিষয়াসকলেৰে সৈতে পৰামৰ্শ কৰি সেই প্ৰমাণ সত্য বুলি গ্ৰহণ কৰিব লাগিব, তেহে কোঁৱৰক প্ৰাণদণ্ড দিব পাৰি। গদাপাণিৰ কোনো অপৰাধ নাছিল, তেওঁৰ বিচাৰ হবলৈ একো উপাদান নাছিল, তেওঁ দোষ কৰাৰ বিষয়ে আলোচনা ৰাজসভাত হবই নোৱাৰে। গদাপাণি অপৰাধী হ'লেহে অপৰাধীৰ বাৰ্তা নিদিয়া জগৰত ঘৈণীয়েক দায়গ্ৰস্ত হ'ব

পাৰে। এনে স্থলত জয়মতীক ৰাজসভালৈ অনা কোনো সকামেই নাছিল। ল'ৰা-ৰজাৰ দিনত বা তাৰ আগত যি সকল কোঁৱৰক বধ কৰা হৈছিল সি মন্ত্রীসকলৰ ভিতৰুৱা কাৰ্য। লৰা-ৰজাৰ কিছু বছৰৰ পূৰ্বে ডেবেৰা বৰবৰুৱাই তেনেকৈ কোঁৱৰ হত্যা কৰাৰ কাৰণে অন্যান্য বিষয়াসকলে তেওঁক বিচাৰ কৰি দোষী পাই আইনমতে প্রাণদণ্ড বিহিছিল। "গদাপাণি কোঁৱৰ বৰ পৰাক্রমী মানুহ, তেওঁ আগলৈ মোক সিংহাসনৰপৰা খেদাব পাৰে, গতিকে তেওঁক বধ কৰা যাওক"—এনে আলোচনা ৰাজসভাত কোনো কালেই হোৱা নাছিল। ৰজা বা বিষয়াই যদি ত্রাস্ত হৈ ভিতৰুৱাকৈ কোনো কোঁৱৰক মাৰিবৰ চেষ্টা কৰে সি বেলেগ কথা; সি ৰৰচ'ৰাৰ মেলৰ বিচাৰৰ যোগ্য নহয়, যদিও এনেদৰে হত্যাৰ প্রমাণ পালে ৰজা বা বিষয়াও দণ্ডনীয়। দেশৰ আইন অনুযায়ী বিচাৰ আৰু দণ্ড, আৰু কোনোজনৰ ব্যক্তিগত ভিতৰুৱা প্রতিশোধ, এই দুইৰ পাৰ্থক্য বুজা ইমান টান নহয়। বুৰঞ্জীত স্পষ্ট লিখা আছে যে লালুকসোলা বুঢ়াফুকনৰ ভয়তহে গদাপাণিয়ে পুতেকহঁতক নগাচাঙ্গত থৈছিল, আৰু দুখেৰে দেশ-দেশান্তৰে ভ্রমি ফুৰিছিল; ৰজাৰ দণ্ডনীয় কোনো অপৰাধ কৰি শাস্তিৰ ভয়ত পলাই ফুৰাহেঁতেন, এইদৰে বুৰঞ্জীত লিখা নাথাকিলহেঁতেন।

গদাপাণিক বধিবৰ চেষ্টা আৰু তেওঁক নাপাই ঘৈণীয়েকক শাস্তি দি মৰা কাৰ্যৰ কাৰণে লালুকসোলা বুঢ়াফুকন মাত্র দায়ী। সকলো দেশতে এনে দুষ্কাৰ্যকাৰী মানুহ ওলায়, তেওঁলোকৰ ভিতৰুৱা কামৰ নিমিত্তে গোটেই জাতিৰ ওপৰত চেকা পৰিব নোৱাৰে। ইংলণ্ডৰ ৰজা দ্বিতীয় হেন্‌ৰীৰ ক্রোধভাবত ওলোৱা মুখৰ কথা এষাৰি মাত্র শুনি তেওঁৰ লগৰ জনচেৰেক অনুচৰ উধাও হৈ গৈ মহাজ্ঞানী মহাধাৰ্মিক টমাচ বেকেটক হত্যা কৰে। এই হত্যাৰ কাৰণে দ্বিতীয় হেন্‌ৰী বা ইংলণ্ডৰ প্রজাসমূহ দায়গ্রস্ত নাছিল। বেকেটৰ হত্যা সেইকেইজন অনুচৰৰ ব্যক্তিগত দুষ্কাৰ্য।

মানুহৰ মুখে শুনা কথাতকৈ সমসাময়িক বুৰঞ্জীৰ লিপিবদ্ধ কাহিনীক বেছি মূল্য দিব লাগিব। বুৰঞ্জীত থকা তুফাকি বাক্যৰ-পৰা এনেহে বুজা যায় যে দখিণপটীয়া হাজৰিকাই লালুকসোলা বুঢ়াফুকনৰ আজ্ঞাত জয়মতীক ধৰি শাস্তি দি মাৰিলে। "বুঢ়া-ৰজাক বিচাৰি নাপাই ঘৰিণীয়েকক পাই শাস্তিতে মাৰিলে"—এইষাৰ বাক্যত তিনিটা ঘটনা ভালকৈ ফুটি ওলাইছে, গদাপাণিক নোপোৱা, জয়মতীক পোৱা, আৰু জয়মতীক শাস্তিতে মৰা। এই তিনি কথা একে উশাহতে কোৱা হৈছে। ইয়াৰ ভিতৰতে জয়মতী সম্পৰ্কে কিবা ডাঙৰ কথা থকাহেঁতেন, বুৰঞ্জীলিখকে নিশ্চয় লিখিলেহেঁতেন। কুঁৱৰীক ৰাজসভালৈ নি সমাজৰ আগত থিয় কৰি ৰখা, সুধি উত্তৰ নাপাই শাস্তি দিবলৈ আজ্ঞা প্ৰচাৰ কৰা নিশ্চয় এটি ডাঙৰ কথা। এই কথা প্ৰকৃততে ঘটাহেঁতেন, বুৰঞ্জী-লিখকে তাক এঠাইত চুকে-কোণে খোঁচ মাৰি থৈ গ'লহেঁতেন।

সুপ্ৰসিদ্ধ সোণামুৱা দৈৱজ্ঞ পৰিয়ালৰ বংশধৰ উত্তৰ গুৱাহাটী নিবাসী স্বৰ্গীয় হৰকান্ত বৰুৱা সদৰামিন ডাঙৰীয়াই নানান বুৰঞ্জী আদি চাই এখন অসম বুৰঞ্জী লিখিছিল। সেই বুৰঞ্জীও "বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে" প্ৰকাশ কৰিছে। হৰকান্ত বৰুৱা আছিল পূৰ্ণানন্দ পিতৃ-বুঢ়াগোহাঁই দিনৰ মানুহ। হৰকান্ত বৰুৱাই নিজৰ গ্ৰন্থৰ পাতনিত দঢ়াই-বঢ়াই কৈছে যে পুৰণা বুৰঞ্জীত পোৱা আৰু সত্যবাদী আহোমসকলৰ মুখে শুনা কথা অনেক বিবেচনা আৰু পৰিশ্ৰমপূৰ্বক চালি জাৰি চাই বুৰঞ্জীত ঠাই দিয়া হৈছে। তাৰ-পৰা বুজিব পাৰি তেওঁ অতি সাৱধানে বুৰঞ্জী সংকলন কৰিছিল, অৰ্থাৎ শুনা কথা মাত্ৰকে তেওঁ গ্ৰহণ নকৰিছিল। স্বৰ্গীয় সদৰামিন ডাঙৰীয়াৰ বুৰঞ্জীৰপৰা ভালকৈ প্ৰমাণিত হয় যে জয়মতীক ৰাজ-সভালৈ নিয়া হোৱা নাছিল। গদাপাণিক ধৰিবলৈ উমখাম কৰাত কোঁৱৰে সভাৰ্যে পলাই হাবিৰ মাজত গছৰ পাতেৰে ঘৰ নিৰ্মাণ কৰি তাতে কিছুদিন লুকাই আছিল। এদিন সেই হাবিৰ মাজত মানুহৰ

গজৰাও শুনি জয়মতীক গছপতীয়া পঁজাত এৰি থৈ গদাপাণি পলাই যায়। চাওডাঙে গদাপাণিক নাপাই জয়মতীক পাই তেওঁৰ মুখৰপৰা গদাকোঁৱৰৰ কোন ভূ-বাতৰি উলিয়াব নোৱাৰি শাস্তি দি মাৰে।

এইখিনিতে এষাৰ কথা নকলে অন্যায় কৰা হ'ব। ভূতিৰাম হাজৰিকাৰ বুৰঞ্জীত লিখা আছে যে জীয়েকৰ সৈতে জয়মতীক লৰা-ৰজাৰ আগলৈ নিয়া হৈছিল, আৰু ৰজাই দুয়োকে শাস্তি দিবলৈ আজ্ঞা দিছিল। এই আজ্ঞা চৈধ্য বছৰীয়া ল'ৰা-ৰজাই দিছিলনে লালুকসোলা বুঢ়াফুকনে ৰজাৰ নামেৰে আজ্ঞা প্ৰচাৰ কৰিছিল, তাক গ্ৰন্থকাৰ হাজৰিকাই কোৱা নাই। বিশেষতঃ ভূতিৰামৰ বুৰঞ্জী পদ্যত লিখা বুৰঞ্জী, আৰু মুখৰ কথাৰ ওপৰত ইয়াৰ ভেটি। বিবিধ সমসাময়িক বুৰঞ্জী চাই সত্যাসত্য ফঁহিয়াই আচল কথা গ্ৰহণ কৰাৰ প্ৰমাণ ভূতিৰামৰ বুৰঞ্জীত পোৱা নাযায়।

ৰজাৰ আজ্ঞাৰে জয়মতীক শাস্তি দিয়া হৈছিল, এই কথাষাৰ যে কিছুমান মানুহৰ মনত প্ৰচলিত আছিল তাৰেহে ভূতিৰামৰ বুৰঞ্জীৰপৰা প্ৰমাণ পোৱা যায়।

পুৰণা বুৰঞ্জীত পোৱা কথাৰপৰা অনুমান, আৰু হৰকান্ত বৰুৱাৰ বুৰঞ্জীত সেই অনুমানৰ সমৰ্থনৰপৰা বুজিব পাৰি যে জয়মতীক ৰজাৰ সভালৈ নি ৰজাৰ আজ্ঞাৰে শাস্তি দিয়া নাছিল, এইটো লালুকৰ স্বতন্ত্ৰীয়া কাৰ্য। ইপিনে কিছুমান মানুহৰ মনত বিশ্বাস যে জয়মতীক ৰাজচ'ৰালৈ নি সভা বিদ্যমানে ৰজাৰ আজ্ঞা প্ৰচাৰিত কৰি শাস্তি দিয়া হৈছিল। এই দুই কথাৰ এটাহে সত্য হব পাৰে। কোনটো সঁচা কোনটো মিছা তাক অনুসন্ধান কৰি উলিয়াবলৈ আমি ৰাইজক অনুৰোধ কৰিলোঁ। এই বিষয়ে বৰ্তমানলৈকে প্ৰকাশিত কথাৰ ওপৰতে অকল নিৰ্ভৰ নকৰি নতুন তথ্য সংগ্ৰহ কৰিলেহে সঁচা অনুসন্ধানৰ বাটত সহায় হ'ব। পোৱা কথাখিনিকে অকল মূল ভেটি কৰিলে একো লাভ নহব। যিকালেই হওক, নতুন প্ৰমাণৰ

আৱশ্যক। পুৰণা কথাকে আলোচনা কৰিলে তৰ্কযুদ্ধহে বাঢ়িব, সত্যৰ ছবি দূৰৈতে থাকিব, ওচৰলৈ কাচিতো চাপি নাহে।

জয়মতীক শাস্তি দি মৰাৰ বিষয়ে ৰাজ্যৰ ধৰণি ডাঙৰীয়া বিষয়াসকলে কিবা মত দিছিলনে, যদিহে দিছিল তেন্তে সেই মত কি, সেই বিষয়ে আমাৰ জানিবৰ বৰ্তমানে উপায় নাই। কিন্তু তেনে স্থলত ডাঙৰীয়া বিষয়াসকলে কি মত দিয়াটো স্বাভাৱিক সেই বিষয়ে আন এটা ঘটনাৰপৰা জানিব পাৰি। এই ঘটনাৰ নায়িকা এজনা ৰজাৰ কুঁৱৰী। ৰজাই কিবা কাৰণত সন্দেহ কৰিছিল যে কুঁৱৰীয়ে ৰজাৰ প্ৰাণ বধ কৰাৰ চেষ্টাত আছিল, সেই অৰ্থে ৰজাই কুঁৱৰীক প্ৰাণদণ্ড দিবলৈ মন কৰি ডাঙৰীয়াসকলেৰে পৰামৰ্শ কৰিলে। ঘটনা এই—খোৰা-ৰজাদেৱে ন'বা-ৰজাৰ ভনীয়েকক কুঁৱৰী কৰি লৈছিল। সময়ত এই গৰাকী কুঁৱৰী ৰজাৰ বৰ বেথাৰ পাত্ৰী, লাগী আৰু খাটনিয়াৰ হৈ পৰিল। তাতে ইবোৰ কুঁৱৰীয়ে সতিনী-জুইত জ্বলি পুৰি নৰাকুঁৱৰীক ৰজাৰ স্নেহৰপৰা বঞ্চিত কৰিবলৈ ছিদ্ৰ বিচাৰি ফুৰিছিল। অসম ৰজাৰ তালৈ নৰাদেশৰপৰা সদায় মানুহ-দুনুহ অহাযোৱা কৰিছিল, বিশেষতঃ দুয়োদেশৰ ৰজাৰ মিত্ৰ সম্বন্ধ। এবাৰ নৰা মানুহৰ লগত কুঁৱৰীক সৰুতে তুলি-তালি ডাঙৰ-দীঘল কৰা ধাইজনীও আহিছিল। ধায়ে এদিন কুঁৱৰীক কলে, "ককায়েৰ নৰা-ৰজাই কৈছে বোলে মই ভনীক কোৱা কথা তাই নকৰিলে।" স্বৰ্গদেৱ খোৰাৰজাই ধায়ে কোৱা কথা কেনেবাকৈ মনে মনে শুনি আছিল। নৰা-ৰজাই ভনীয়েকক কৰিবলৈ কোৱা কথাটো নো কি তাক খোৰা-ৰজাই নিশ্চয়কৈ নাজানিছিল। তথাপি ৰজাৰ অন্তৰত অলপ সন্দেহ সৃষ্টি হ'ল। অইন কুঁৱৰীবোৰে ৰজাই সন্দেহ কৰা কথাৰ সম্ভেদ পাই আলচ কৰিলে, "নৰা-ৰজাই আমাৰ স্বৰ্গদেৱক বধিবৰ কাৰণে ভনীয়েকক ভিতৰি শিকাই পঠাইছিল, ভনীয়েকে তাকে অত দিনে কৰিব নোৱৰা দেখি ককায়েকে ধাইৰ আগত দুখ কৰি জনাইছে। স্বৰ্গদেৱে নিজে এই কথা শুনিছে,

আৰু মনে মনে সন্দেহো কৰিছে। বেথাৰ কুঁৱৰী দেখি একো নামাতি-মুবুলি আছে। কুঁৱৰীৰ কু-অভিপ্ৰায়ৰ প্ৰমাণ আমি নকৈ দিব পাৰিলে লাগীৰ ফালে আধ্যা পৰিব।" এইদৰে সতিনীয়েক কুঁৱৰীসকলে প্ৰমাণ বিচাৰৰ চেষ্টা কৰিলে। নৰা দেশৰ দস্তুৰমতে কুঁৱৰীয়ে সদায় চুলিত এখন ছুৰি গুজি থৈছিল। প্ৰতি সপ্তাহে কুঁৱৰীয়ে এই ছুৰি সলাইছিল, এসপ্তাহ তীখাৰ ছুৰি পিন্ধিছিল আৰু পিছৰ সপ্তাহত হাতীদাঁতৰ ছুৰি পিন্ধিছিল। নৰাকুঁৱৰীৰ লগত নৰাদেশৰেপৰা অহা এটা তোলনীয়া ল'ৰা আছিল। সতিনী কুঁৱৰীহঁতে এই ল'ৰাটিক থুৱাই-বুৱাই মৰম কৰি নৰাকুঁৱৰীয়ে ছুৰি পিন্ধা কথাযাবৰ আদ্যোপান্ত জানি ললে, আৰু কোন সপ্তাহত খোপাত তীখাৰ ছুৰি থাকিব তাকো সঠিক নিশ্চয় কৰিলে। তেওঁলোকে এই কথা জানি স্বৰ্গদেৱক গোচৰ দিলে, "স্বৰ্গদেৱক মাৰিবলৈহে নৰাকুঁৱৰীয়ে মূৰত তীখাৰ ছুৰি লৈ ফুৰিছে।" স্বৰ্গদেৱে ধায়ে কোৱা কথা শুনাৰ দিন ধৰি নৰাকুঁৱৰীক সন্দেহৰ চকুৰে চাইছিল। এদিনাখন কুঁৱৰীয়ে আগৰ দৰে স্বৰ্গদেৱক গা ধুৱাবলৈ আহোঁতে ৰজাই খোপা মেলি ছুৰি পোৱাত নৰাকুঁৱৰীক মাৰিবলৈ মন কৰিলে। ৰজাই ডাঙৰীয়াসকলেৰে এই বিষয়ে পৰামৰ্শ কৰাত তিনিজনা ডাঙৰীয়াই জনালে, "এইজনা ৰজাৰ জীয়ৰী, তাতে স্ত্ৰীলোক; মৰাটো ভাল নহয়, আগলৈকো দুৰ্যশ ৰব।" পাছে খোৱা-ৰজাদেৱে নৰা-কুঁৱৰীক কুঁৱৰী ভাঙি অন্য ঠাইত বোজ-বাজ দি থোৱালে। যাহোক, সঁচাই-মিছাই নৰাকুঁৱৰীৰ গাত অপৰাধ সাব্যস্ত হৈছিল। নিৰপ-ৰাধিনী জয়মতীৰ স্থলত ডাঙৰীয়াসকলৰ কি অভিমত হ'লহেঁতেন তাক সহজে অনুমান কৰিব পাৰি।

আমি ৰাক ধৰি ললোঁ যে ৰজাৰ আজ্ঞামতে জয়মতীকে শাস্তি দিয়া হৈছিল, বা আগলৈ হয়তো এই বিষয়ে প্ৰমাণমূলক সঁজুলি আবিষ্কাৰ হ'বও পাৰে। ল'ৰাৰজাৰ আজ্ঞা হ'ল বুলিয়েই ল'ৰা-ৰজাই দায়গ্ৰস্ত হ'ব নোৱাৰে। ৰজা হোৱা কালত ল'ৰা-ৰজাৰ

বয়স মাথোন চৈধ্য বছৰ। ফুলকলীয়া ওঠ-চেপিলে-দুধ-ওলোৱা চৈধ্য-বছৰীয়া ল'ৰাৰ দায়িত্বজ্ঞান কিমানদূৰ হ'ব পাৰে? আজি-কালিৰ দণ্ডবিধি আইনমতেও যোল-বছৰৰ কমে সাধাৰণতঃ মানুহ-সকলো ফৌজদাৰী অপৰাধত দণ্ডনীয় নহয়। সিংহাসনত উঠা কালত কমলেশ্বৰ সিংহ স্বৰ্গদেৱ নাবালক আছিল, তথাপি তেওঁৰ নামে তেওঁৰ আজ্ঞা বুলি ডাঙৰ ডাঙৰ অপৰাধীক দণ্ড কৰা হৈছিল, বা মানুহক মাটি-বাৰী দিয়া হৈছিল। ৰাজত্ব সংক্ৰান্ত এই জটিল তথ্যবোৰৰ মীমাংসা নাবালক ৰজা কমলেশ্বৰ সিংহই সিদ্ধান্ত কৰিব পাৰিছিলনে? পাত্ৰ-মন্ত্ৰীয়েই সকলো কৰিছিল, মাত্ৰ দেশদস্তুৰ ৰক্ষা কৰিবৰ কাৰণে মীমাংসা-কাকতত ৰজাৰ মোহৰ মাৰি দিয়া হৈছিল। তাৰপৰা প্ৰত্যেক মীমাংসা ৰাষ্ট্ৰ হৈছিল যে এইটো ৰজাৰ আজ্ঞা। সেইদৰে ল'ৰা-ৰজাৰ নাম থকা আজ্ঞা হ'লেই যে ল'ৰা-ৰজাৰ যুক্তি, বিবেচনা আৰু সম্মতি সেই আজ্ঞাত আছিল সেইটো ধৰি লোৱা ভুল হ'ব। আৰু ল'ৰা-ৰজাৰ সম্মতিৰ নৈতিক মূল্যাই বা কি তাকো ভাবি চাব লাগিব। নাবালক ৰজাৰ কাৰ্যৰ পৰিণামৰ কাৰণে বয়োজ্যেষ্ঠ মন্ত্ৰীসকল দায়ী; নৈতিক বিধি-বন্ধনেৰে চাবলৈ গ'লে নাবালক ৰজা দায়ী হ'ব নোৱাৰে। তাৰ উপৰিও, ল'ৰা-ৰজাৰ দিনত মন্ত্ৰীসকল সৰ্বেসৰ্বা আছিল। সমালোচনা-প্ৰবৃত্তি নথকা সেইকালৰ বুৰঞ্জী-লিখকেও কৈছিল যে উদয়াদিত্যৰ দিনৰেপৰা গদাধৰ সিংহৰ ৰাজত্বৰ আগলৈকে ৰজাসকল পাত্ৰৰ অধীনস্থ আছিল। ক্ষমতাবন্ত মন্ত্ৰীৰ প্ৰস্তাৱ বা অনুৰোধ ব্যৰ্থ কৰাৰ শক্তি যেই-সেই ৰজাৰ সকলো সময়তে নাছিল। কীৰ্তিচন্দ্ৰ বৰবৰুৱাক ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত হত্যাৰ চেষ্টা কৰা হৈছিল। অপৰাধীক যথাবিধি শাস্তি দিয়া হৈছিল। উক্ত স্বৰ্গদেৱৰ মৃত্যুৰ পাছতো পুতেক ৰত্নেশ্বৰ তিপমীয়া গোহাঁইক নামৰূপলৈ খেদি থৈ তাতে বৰবৰুৱাই সোধালে, "পূৰ্বে বৰবৰুৱাক হত্যাৰ চেষ্টাৰ বিষয়ে গোহাঁয়ে কি জানে?" তিপমীয়া গোহাঁয়ে বৰবৰুৱাৰ পুতেক উমা ঢেকিয়াল ফুকনৰ আগত উক্ত

ঘটনাৰ কথা সকলো ভাণ্ডি ক'লে, আৰু গোত্ৰৰ মানুহ কিছুমানৰ নামো দিলে। সেই সকলোকে শাস্তি দিয়া হ'ল। কিন্তু তিপমীয়া গোহাঁয়ে নাম নকৰা মানুহকো বৰবৰুৱা আৰু পুতেকে ধৰি শাস্তি দিছিল। অৱশ্যে ইয়াৰ কাৰণে লক্ষ্মীসিংহ স্বৰ্গদেৱৰ সম্মতি লোৱা হৈছিল, কিন্তু ৰজা আছিল সাক্ষী মাত্ৰ। সেই বিচাৰৰ দণ্ড-কাকত বুৰঞ্জীত সংৰক্ষিত হৈছে; তাত এইদৰে দণ্ড পোৱা মানুহৰ তালিকা দিওঁতে লিখা আছে, "তিপমীয়া গোহাঁইদেৱে নাম নকঢ়া, বৰবৰুৱা ঢেকিয়াল ফুকনে মনেৰেই সেই কাৰ্যত প্ৰৱৰ্ত্তা বুলি লেখোৱাই স্বৰ্গদেৱক সাক্ষী মাত্ৰ কৰি দাঁড় কৰোৱা মানুহ—।" স্বৰ্গদেৱক সাক্ষী মাত্ৰ কৰি ৰাজাজ্ঞা বুলি নিজৰ মনোনীত প্ৰস্তাৱ কাৰ্যত পৰিণত কৰিবলৈ ৰজা-শহুৰ লালুকসোলা বৰফুকনৰ দুঃসাধ্য নাছিল।

আজি বছৰচেৰেকৰ পূৰ্বে জয়মতীৰ সম্পৰ্কে কিছু নতুন কথা পাই বৰ্ত্তমান লিখকে ১৯৩১ খৃষ্টাব্দৰ ৪ এপ্ৰিল তাৰিখৰ "বাতৰি" কাকতত প্ৰকাশ কৰিছিল। সেইখিনি কথা পোৱা গৈছিল শ্ৰীযুত উমানাথ গোহাঁই ডাঙৰীয়াৰপৰা। গোহাঁইদেৱে পাইছিল শলগুৰিৰ শ্ৰীযুত কৃপানাথ ফুকনৰপৰা।

আমি পোনতে শুনিছিলোঁ যে শ্ৰীযুত ফুকনৰ হাতত "লাইলিক বুৰঞ্জী" নামে এখন আহোম পুথি আছিল, সেই পুথিত বোলে জয়মতী কুঁৱৰীৰ সবিশেষ বৃত্তান্ত লিপিবদ্ধ আছে। উক্ত বুৰঞ্জী পুথিখন নিজ চকুৰে চাব খোজাত জানিব পাৰিলোঁ যে ফুকনৰ হাতত সেই পুথি নাই, তেওঁ এবাৰ শ্যামদেশলৈ যাওঁতে বোলে শ্যাম ভাষাত লিখা এখন পুথিত জয়মতীৰ কথা পাই তাকে তেওঁ মালিতা কৰি বান্ধি থৈছিল। ফুকনৰপৰা পোৱা কথাখিনিৰ সত্যাসত্যৰ বিষয়ে একো মত নিদি আমি তাৰ চমু আভাস তলত দিলোঁ; তাৰপৰা অইন উপকাৰ নহ'লেও এটি নতুন অনুসন্ধানৰ বাট মুকলি হ'ব।

শ্ৰীযুত ফুকনৰ টোকামতে জয়মতীৰ পিতৃদেৱ আছিল মাছুৰিয়াল

লাইথেপেনা বৰগোহাঁই। বুৰঞ্জী আৰু বংশাৱলীৰপৰা জনা যায় যে এই লাইথেপেনাৰ পূৰ্বপুৰুষ মূলা গাভৰুৰ স্বামী বীৰবৰ ফ্ৰাচেনমুং বৰগোহাঁই। জয়মতীৰ মাতৃ আছিল কুঁৱৈগয়া লেচাই বুঢ়াগোঁহাইৰ জীয়েক চন্দ্ৰাদাৰু। জয়মতীৰ মাহীমাক এঘাৰ গৰাকী, যথা,—গঙ্গাপ্ৰথা, অৰুণমতী, অভয়মতী, লাইমতী, বংমলা, জনা, সৰুমলা, চন্দ্ৰিকা, কমলা, অমৰাৱতী আৰু অলকা। গোবৰ ৰজাৰ ভাৰ্যা আৰু গদাপাণিৰ মাক বা জয়মতীৰ শাহুৱেক আছিল লাহনৰ ঘৰৰ জীয়ৰী সিদ্ধেশ্বৰী আইকুঁৱৰীদেও। জয়মতীৰ বাই-ভনী তেৰ গৰাকী, এওঁলোকৰ নাম কেইটিও অতি মৰমলগা—বিজয়মতী, জয়মতী, জয়প্ৰভা, জয়কান্তি, জয়তৰা, অঞ্জনা, জনপ্ৰভা, জয়দা, ৰত্নপ্ৰভা, চেংমতী, হীৰামতী, শুক্লামতী আৰু জয়েশ্বৰী। জয়মতীৰ ককাই-ভাই একুৰি চাৰিজন; ফুকনৰ টোকাৰ বাহিৰেও বংশাৱলীৰ আদিৰপৰা এওঁলোকৰ নাম জানিব পাৰি—কংখান, কমলাকান্ত, ৰামচন্দ্ৰ, লাও, লাংখাত, ঘনশ্যাম, লংলত, লাপাত, ধনীৰাম, চিপা, লালত, লাছিত, সোন্দৰ, তনখাম, কলিয়াছন, লাংখুবান, খামচেং, নাংবাং, পূৰ্ণানন্দ, অভয়চৰণ, নুমলি। ফুকনৰ টোকামতে জয়মতীয়ে মৃত্যুৰ সময়ত এইদৰে বিলাপ কৰিছিল,—

মাতুৰি চহৰত ডাঙৰ হৈ আছিলোঁ,
বৰগোহাঁইৰ আছিলোঁ জী।
গদাপাণি কোঁৱৰে নিলে তুংখুঙলৈ
চকুলং বিয়াকৈ দি॥—
সৰাতকৈ চেনেহৰ চন্দ্ৰাদাৰু আইতা
মোৰে জন্মদাত্ৰী আই।
মৰিবৰ সময়ত দৰশন নেপালোঁ
মোৰ মান অভাগী নাই॥

জয়মতীৰ মৃত্যুৰ সময়ত শাহুৱেক সিদ্ধেশ্বৰীৰ বিলাপৰ পদ কেইফাকি জাত সুৰ লগাই গালে চকুপানী বৰলৈ ধৰে। স্বামী

গোবৰ ৰজাক কুৰি দিন ৰাজত্বৰ পিছত মন্ত্ৰীসকলে বধ কৰিলে, পুতেক গদাপাণি আৰু জাম্বৰ গোহাঁই প্ৰাণৰ কাতৰে ঘৰৰপৰা পলাই নিৰুদ্দেশ, বোৱাৰীয়েক জয়মতীয়ে শাস্তিত কালপাত কৰিছে। এনেতে লাইথেপেনা বৰগোহাঁই ডাঙৰীয়া সিদ্ধেশ্বৰীৰ বা-বতৰা লবলৈ গ'ল। মাথোন কালি সিদ্ধেশ্বৰীয়ে সপোনত জয়মতীক দেখিছে, সপোনতে বোৱাৰীয়েকে শাহুৱেকৰপৰা বিদায় মাগিছে। সেই সপোনৰ কথা সিদ্ধেশ্বৰীয়ে বিয়েয়েক বৰগোহাঁই ডাঙৰীয়াক ভাঙি-পাতি কৈছে। দুয়ো নাজানে যে সপোন দেখা নিশাৰ পিছতে জয়মতীৰ প্ৰাণ-বিয়োগ ঘটিছে। জয়মতীয়ে শাহুৱেকক সপোনত কৈছে ;—

শুনাচোন আইচুদেউ, চেনেহৰ আইতা,
শাহু বুলি গোহাৰি কৰোঁ।
দুৰ্দৈব বিধিয়ে বঞ্চিলে শাহু আই,
দুখনি চৰণত ধৰোঁ॥
তোমাক সেৱিবলৈ ভৰষা আছিলে,
মোৰ নাই কৰ্মত লেখা।
তোমালৈ চেনেহ মোৰ আছিলে শাহু আই,
সেই গুণে দিলোঁহি দেখা॥
কালক্ৰমে জীৱ জন্মিছে মৰিছে,
কালৰে অধীন ঐ প্ৰাণী।
সেইগুণে আইচুদেউ চিন্তা নকৰিবা,
এইবোৰ কথাকে মানি॥
লাই লেচাই কোঁৱৰক তোমাতে অৰ্পিলোঁ,
চেনেহত পালিবা আই।
বেলা চাই খুৱাবা বেলা চাই পালিবা,
খেমিবা সকলো দায়॥

গদাপাণি কোঁৱৰক পাবা মোৰ শাহু আই,
লাই লেচাইক নিদিবা দুখ।
মোলৈ চেনেহ প্ৰীতি শ্ৰদ্ধা নেৰিবা শাহু আই,
চাবা লাই লেচাইৰে মুখ॥
মোৰ প্ৰিয় ভনী জয়েশ্বৰী আইদেউ,
তাকে বিবাহিব পায়।
কাৰেঙৰ ওচৰত ঐশ্বৰ্য ভুঞ্জিবা,
থাকিবা সুখেৰে আই॥
স্বধৰ্ম নেৰিবা, সত্যত থাকিবা,
অধৰ্মত নিদিবা মতি।"
এতেকে বোলোঁতে মায়াপী বিমানে,
অন্তৰ্ধান ভৈলা গতি॥
এইবোৰ সপোনত দেখিলোঁ বিয়েদেউ
বেলা বাতিপুৱা ভাগে।
মোক বিদায় কৰি বোৱাৰী গলেগৈ
বিজুলী চমকৰ আগে॥

শ্ৰীযুত কৃপানাথ ফুকনে শ্যান ভাষাত লিখা যিখন বুৰঞ্জীত জয়মতী কুঁৱৰীৰ বিষয়ে সবিশেষ বিৱৰণ পাইছিল সেই বুৰঞ্জী উদ্ধাৰৰ চেষ্টা কৰা হৈছে, আৰু এই কাৰ্যত বৰ্মা-প্ৰবাসী দেশপ্ৰেমিক উদ্যোগী আগৰণুৱা কৰ্মী শ্ৰীযুত পূৰ্ণকান্ত বুঢ়াগোহাঁইদেৱে সহায়ৰ প্ৰতিশ্ৰুতি দিছে। শ্ৰীযুত ফুকনে জয়মতী সম্পৰ্কে এখন ডাঙৰকৈ পদ-পুথি লিখা বুলি আমি জানিব পাৰিছোঁ। ফুকনৰ মালিতাত সবলতা আৰু আন্তৰিকতা আছে। ফুকনৰ মালিতাই অসমীয়া বাইজৰ চকুপানী বুৱাবই নিশ্চয়। বৰফুকনৰ গীত, জনা-গাভৰুৰ গীত, ৰাধা-ৰুক্মিণীৰ গীত, হৰদত্তৰ গীত, চিকণ-সৰিহন্নৰ গীত আদিৰ লগে জয়মতীৰো প্ৰাচীন গীত কিছু ঠাইত প্ৰচলিত আছে বুলি আমি শুনিছোঁ। তাকো কোনোজনে সংগ্ৰহ কৰিলে বৰ উপকাৰ হয়।

জয়মতী কুঁৱৰীয়ে অসাধাৰণ নৈতিক বলৰ চিনাকি দিলে, সেই দৃষ্টান্তৰ মূল্য কি তাক নানান জনে নানান ভাবে বিশ্লেষণ কৰি দেখুৱাব। পতিভক্তি সতী জয়মতীৰ চৰিত্ৰৰ দেৱাঙ্গভূষণ। "স্বামী পলাই প্ৰাণ ৰক্ষা কৰক, অন্ততঃ মোৰ মুখৰ কথাৰপৰা স্বামীৰ অনিষ্ট নহওক", ইয়াকে ভাবি সতীয়ে স্বামীৰ ভু-বাতৰি নিদিবলৈ দৃঢ়প্ৰতিজ্ঞা কৰিলে। এই যে এবাৰ প্ৰতিজ্ঞা কৰিলে তাক তেওঁ জীৱন সমৰ্পণ কৰিও ৰক্ষা কৰিছিল। মুখৰপৰা এবাৰ প্ৰতিজ্ঞা-বাক্য নিসৃত হলে সি পঞ্চভূতৰ লগত বিলীন হৈ পৰে। বায়ু, বৰুণ, অগ্নি তাৰ সাক্ষী হয়, তাক প্ৰত্যাখ্যান কৰাৰ শক্তি মানুহৰ গাত নাই। অচল-অটল প্ৰতিজ্ঞা আৰু তাৰ পালনৰ কাৰণে সকলো নিকাৰ আৰু নিৰ্যাতন ভুঞ্জিবলৈ সাজু হোৱা, লাগিলে জীৱনপাত কৰিও তাক ৰক্ষা কৰা, এয়ে হৈছে জয়মতীৰ স্বাৰ্থত্যাগৰপৰা পোৱা আদৰ্শ।" মানুহে এনে প্ৰতিজ্ঞাক 'ভীষ্ম-প্ৰতিজ্ঞা' বোলে, অসমীয়াই তাৰ নতুন নামকৰণ কৰা উচিত 'জয়মতী-প্ৰতিজ্ঞা'।

আমাৰ শেষ বক্তব্য এই যে সতী জয়মতীৰ বিষয়ে জানিব লগীয়া সকলো তথ্য অনুসন্ধান আৰু আবিষ্কাৰ হওক। মহাকবি ছেক্‌চপিয়াৰ ঢুকোৱা আজি তিনিশ কুৰি বছৰৰ অধিক হ'ল, তথাপি তত্ত্বান্বেষীসকলৰ একাগ্ৰ চেষ্টাৰ ফলত কবিৰ সম্পৰ্কে নতুন নতুন কথাৰ আবিষ্কাৰ হোৱাৰ অন্ত পৰা নাই। এবাৰ কিছু কথা ওলাল বুলিয়েই পণ্ডিতসকল বহি নাথাকে। অনুসন্ধানৰ বাটত ক্ষতি-ক্ষণ নোহোৱাকৈ খোজ কাঢ়ি যোৱাটো উন্নতিশীল জাতিৰ পৰিচয়। মানুহৰ জীৱনৰ সমাপ্তি আছে, কিন্তু অনুসন্ধানৰ সমাপ্তি নাই। বহুদিন চলি থকা ব্যগ্ৰ অনুসন্ধানৰ ফলতহে আমি সতী জয়মতীৰ প্ৰকৃত মূৰ্তিৰ দৰ্শন পাম।

ছেক্‌চপিয়াৰ সম্পৰ্কে সকলো অনুসন্ধান আৰু আলোচনা চলি থাকিবৰ কাৰণে ইংলণ্ড, আমেৰিকা আৰু ভাৰতবৰ্ষ আদি দেশত নানাবিধ ছোচাইটি, ক্লাব আদি প্ৰতিষ্ঠাপিত হৈছে। সেইদৰে

অসমৰ ঠায়ে ঠায়ে জয়মতী সমিতি স্থাপিত হওক, ইয়াৰ জৰিয়তে সতীৰ সম্পৰ্কে নতুন তথ্য অনুসন্ধানৰ বাট মুকলি হওক, লগে লগে জয়মতী 'কাল্ট' বা জয়মতীৰ প্ৰতিজ্ঞাৰ আদৰ্শ দেশে-বিদেশে প্ৰচাৰিত হওক। তেতিয়াহ'লে আমাৰ অনাদৃত অসম আইক দেশ-দেশান্তৰৰ নৰনাৰীয়ে সন্মান আৰু গৌৰৱৰ চকুৰে দৃষ্টিপাত কৰিব।

জয়মতী, তেওঁৰ স্বাৰ্থত্যাগ আৰু দুৰ্জয় প্ৰতিজ্ঞা পালন আমাৰ জাতীয় জীৱনৰ এটি প্ৰধান আলম। জয়মতীৰ স্মৃতিৰ প্ৰতি সমভাৱে সদৌ অসমীয়া ৰাইজে দৃষ্টিপাত কৰোঁতে তেওঁলোকৰ অন্তৰত সমভাৱৰ সৃষ্টি হয়। এটা জাতিক একতা বান্ধোনেৰে বান্ধিবলৈ হ'লে কিছুমান ৰাজহুৱা এজমালি গৌৰৱপূৰ্ণ বা বিষাদপূৰ্ণ কাহিনী লাগে। অসমীয়া জাতিৰ অতীতৰ গৌৰৱ আৰু অতীতৰ সুখ-দুখ সবাৰো একে। জয়মতীৰ কাহিনী অসমীয়াৰ একতা-বান্ধোনৰ এধাৰি সাতশৰী কণ্ঠহাৰ। যি দেশৰ বুৰঞ্জীত জয়মতী সতীৰ দৰে স্বাৰ্থত্যাগিণী ৰমণীৰ আদৰ্শ বিৰাজ কৰিছে সেই অসম-আই জয়মতী নহৈ নোৱাৰে। অসম-মাতৃক জয়যুক্তা জয়মতী কৰাই সতী জয়মতীৰ স্বাৰ্থত্যাগৰ অপূৰ্ব পৰিণতি। মই ইমানতে ক্ষান্ত নহওঁ। অসম-মাতৃ জয়মতী হ'ব নোৱাৰে যদি আমি সন্তানসকল নিশ্চেষ্ট বৈৰাগ্য-বাৰিধিত মগ্ন হৈ থাকোঁ। লালুকসোলা বুঢ়াফুকনে জয়মতীক প্ৰাণহত্যা কৰিব যদি আমি চকু মুদি হাত সাৱটি বহি থাকোঁ। অসমীয়া জাতিয়ে নিজৰ অবস্থালৈ নিৰীক্ষণ কৰি কৰ্মপথত আগ বাঢ়িব লাগিব। কৰ্মৰ দ্বাৰাইহে জাতীয় উন্নতি সাধন হয়, অকল সভা-সমিতি আলোচনাৰ দ্বাৰা নহয়।

## ল’ৰা ৰজা

### হিতেশ্বৰ বৰবৰুৱা

১৬০১ শকত চুলিকফা কোঁৱৰক আনি ৰজা পাতিলে। ৰজাদেও নিচেই কটাৰীনলীয়া আৰু ক্ষীণ, এতেকে এওঁক ল’ৰা-ৰজা বুলিও কয়। এইজনা ৰজাদেৱে ৰজা হৈয়েই মোমাই তামুলী বৰবৰুৱাৰ পুতেক মৰঙী দোলাষৰীয়া বৰুৱাক বৰবৰুৱা পাতিলে। তেওঁৰে পুতেক মোলোকাক ভিতৰুৱাল ফুকন ও মৰঙী বৰুৱা চোলাধৰা ফুকন জগৰা পুতেকক ঢেকিয়াল বৰুৱা পাতিলে। বিহপৰুৱা চেটীয়াৰ নেওগ ফুকন, মৌপিয়াৰ বাঘচোৱা নাওবৈচা ফুকন, জাতত পূৰ্বত নগা। লানমাখুৰ পুথাও দিহিঙীয়া ফুকন, দিলিহিয়ালৰ ভেবা চোলাধৰা ফুকন, আদাবৰীয়া সন্দিকৈৰ মুমলী চোলাধৰা বৰুৱা আৰু তাৰে চিকণক পৰ্বতীয়া ফুকন পাতিলে আৰু শুকুলাহুদু বুঢ়াগোহাঁঞিৰ পুতেক দীঘলা বুঢ়াগোহাঁঞিক ৰাজমন্ত্ৰী বাব দিলে।

উত্তৰে দক্ষিণে দুৱাৰ দুইখন লালুক বৰফুকনেই চাইছিলে। ল’ৰা-ৰজা স্বৰ্গদেৱৰ মাক চামাকুঁৱৰীৰ মৃত্যু হ’লত তাতে মাটি দি মৈদাম কৰিলে। লাইথেপেনাৰ জীয়েকক আনি ৰজাদেৱে বৰকুঁৱৰী পাতিলে। মাধ আৰু ভোতাই এই দুই বৰফুকনক (লালুক বৰফুকনৰ) তামুলী জাতত কলিতা। সিহঁত দুয়ো বৰফুকনক বুঢ়াগোহাঁঞিৰ পেট পাই মাৰিলে; তাৰ পাছত পুতেক ভায়েক নাতিয়েক সকলোকে মাৰিলে। মৰঙী বৰবৰুৱা পলাল, পাছে বুঢ়াগোঁহায়ে তেওঁকো পাই মাৰিলে। পাছে মহাৰজা ভাৰধৰাক বৰফুকন আৰু দিহিঙীয়াৰ আলনক বৰবৰুৱা পাতিলে নি।

বৰপাত্ৰ থাকিল লেচাম কলা, নামডঙ্গীয়া ৰাজখোৱা-জাত টঙ্গী ; চেংবাই ফুকন, পানী ফুকন জাতত লাপেতি সন্দিকাই, ভাটিৰ ডেকা ফুকন জাতত পিকচাই চেটীয়া। মহাৰজা নিচেই ক্ষীণ আৰু ম্লান বদন হুই থাকে ; তাকে দেখি আলন বৰবৰুৱাই দেওধাই বাইলুং গণকক সুধিলে, বোলে বাঁহগড়াৰ বাজে নগৰ কৰি ৰজাদেও থাকে যদি তেহে কব পাৰোঁ, তেহে স্বৰ্গদেও গা কৰিব পাৰিব। পাছে বৰবৰুৱাই এই কথা শুনি বাঁহগড়াৰ বাজে নাংচঙ্গত বাহৰ কৰিব দিলে।

এনেতে বঙালৰপৰা তুই কটকী আহিল। পাছে বৰবৰুৱাই শুনি বৰ নাওশালিত কটকী তুলিবলৈ আওতাব দিলে। বৰবৰুৱাই আনি পাছে বঙ্গালৰ কটকী তুলিলত সিহঁতে বোলে আজমতৰা নবাবে গুৱাহাটী এৰি দিবাক বুলিছে। কটকী তোলোতে বৰ নাওশালত মহাৰজা ওখকৈ ভেটি বন্ধাই বহিছিল। পাছে কটকীৰ কথা শুনি খঙকৈ তাৰপৰা নামি আহি সিহঁতক খেদি পঠালে। বঙাল কটকীয়া আজমতৰা নবাবৰ আগত এই কথা কলত গৈ নবাবে বঙ্গালৰ লোকজনক সমুখে পঠালে। ৰজাদেৱে শুনি ভাৰধৰা বৰফুকনক বঙাল খেদিবলৈ পঠালে। পাছে বৰফুকনে বঙালৰ লগত যুঁজিব নোৱাৰি পাছ হুহকিবৰ শুনি মহাৰজা খঙকৈ তেওঁক বৰফুকন ভাঙি আদাবৰীয়া সন্দিকৈৰ নৰেন্দ্ৰনাথক বৰফুকন পাঞ্চিলে। বৰফুকনে বঙ্গালক খেদি গৈ বহুত যুঁজিলে, পাছে নোৱাৰিলে। তেনেহেন গতিমতি দেখি মহাৰজা তেওঁকো মাতি আনি ভাঙ্গি লামলাখু চেটীয়াৰ বন্দৰক বৰফুকন পাতি বঙালক মাৰিবলৈ পঠালে। মহাৰজাৰ আজ্ঞায় বন্দৰ বৰফুকন গৈ বঙ্গালে সহিতে ৰঙামাটিত ৰণ দিলেগৈ। বঙ্গালো ৰণক নোৱাৰি ভাগি পলাল। পাছে ৰাজ-বাঁহেৰ ওপৰত ল'ৰা-ৰজা স্বৰ্গদেৱৰ অতিশয় সংশয় হ'ল আৰু মুখ্য মুখ্য কোঁৱৰক বুজি ধৰি আনি মাৰিবলৈ ধৰিলেহি। কতোক বা নাক কাণ কাটিলে, কতোৰ বা চকু কাঢ়ি

এৰিলে—এনে উপদ্ৰৱ কৰিবলৈ ধৰিলে। চাৰিওফালে কোঁৱৰবোৰ বিচাৰিব ধৰিলে। পাছে সবাতো কৰি তুংখুঙীয়া ফৈদৰ লাঙ্গি গদাপাণি চাৰিঙ্গ ৰজা প্ৰধান বাহুবলী কাৰণে ল'ৰা-ৰজা স্বৰ্গদেৱে চাৰিঙ্গ ৰজাক মাৰিবলৈ আলচ কৰিলে। গদাপাণি এই কথা জানিব পাই তেৱোঁ পলাবলৈ মন কৰিলে। চাৰিঙ্গ ৰজাদেৱৰ কুঁৱৰীৰ নাম জয়মতী।

জয়মতী কুঁৱৰী অসমৰ আদৰ্শ সতী, অসমীৰ গৌৰবৰ ধন; তেওঁ বৰগোহাঁঞিৰ ঘৰৰ জীয়ৰী বুলি জনাজাত। আমি নিজেও আমাৰ "তিক্তভাৰ আস্বাদান" কাব্যৰ প্ৰস্তাৱনাত তেখেতক বৰ-গোহাঁঞিৰ ঘৰৰ জীয়ৰী বুলিয়েই উল্লেখ কৰি আহিছোঁ। সম্প্ৰতি এই পুথিখনিৰ "বংশাৱলী" খণ্ডৰ নিমিত্তে বংশাৱলীবিলাক সংগ্ৰহ কৰোঁতে আদাবৰীয়া সন্দিকৈৰ এখনি প্ৰাচীন বংশাৱলী আমাৰ হাতত পৰেহি। তাৰমতে সন্দিকৈ ঘৰৰ পদ্ম-তুলীয়া বৰুৱাৰ জীয়েক জয়মতী ৰাণী। তেওঁৰ ভায়েক পাঁচজনা—নাৰায়ণ খনিকৰ বৰফুকন, নৰোত্তম বৰফুকন, বুৰা-বৰবৰুৱা, বলিয়া ৰাজখোৱা আৰু নোমল ডেকাফুকন। এই জয়মতী ৰাণী অৱশ্যে আন কোনো ৰজাৰ কুঁৱৰীও হ'ব পাৰে। কিন্তু বুৰঞ্জীয়ে কয় যে ল'ৰাৰজাৰ বৰকুঁৱৰীজনাও লাইথেপেনা বৰগোহাঞিৰ জীয়েক।

পাঠকসকলৰ কোনেও যেন এনে নেভাবে যে জয়মতী কুঁৱৰীক সন্দিকৈ ঘৰৰ জীয়ৰী বুলি প্ৰমাণ কৰিবলৈ আমি কিবা চেষ্টা কৰিছো। আমি কওঁ জয়মতী ভাৰতৰ, অসমৰ আৰু অসমীয়াৰ, তাৰ পাছত জয়মতী কুঁৱৰী আহোমৰ। জয়মতী বৰগোহাঁঞি ফৈদৰেই হওক বা সন্দিকৈ ঘৰৰ জীয়ৰীয়েই হওক, তেনে এগৰাকী অসমীয়া তিৰোতা অসমৰ আদৰ্শস্বৰূপা পতিব্ৰতা সতী। এই সম্বন্ধে আমাৰ দেশৰ প্ৰত্নতাত্ত্বিকসকলে যেন ভালকৈ মীমাংসা কৰে।

জয়মতীৰ লাই লেচাই নামে দুটি কোঁৱৰ। কোঁৱৰ দুটিক এনায়েকৰ ঘৰত থৈ, কুঁৱৰীক লগত লৈ গদাপাণি চাৰিঙ্গ ৰজা

পলাই গ'ল। ল'ৰা-ৰজাদেৱে পাছত গদাপাণিক ধৰিবলৈ চাৰিও-ফালে টেকেলা আৰু চোৰাংচোৱা পঠালে। পাছে গদাপাণিক ক'তো বিচাৰি নেপালে। দিনাদিয়েক থাকি জয়মতীক বিচাৰি পাই ধৰি আনিলে আৰু নানা তৰহৰ শাস্তি দি চাৰিঙ্গ ৰজাৰ কথা সুধিলে। পাছে জয়মতীয়ে একোকে নকলে। ৰজাৰ আদেশত কুকুৰাচোৰা চাওডাঙে কুঁৱৰীক নানা প্ৰকাৰৰ শাস্তি দিবলৈ ধৰিলে, নিতে নিতে নানা তৰহৰ—কিন্তু কুঁৱৰী অটল; তেওঁ চাৰিঙ্গ ৰজাৰ কথা একোকে নকয়। যেতিয়া চাওডাঙে শাস্তি কৰে তেতিয়া গদাপাণি আছিল নগা পৰ্বতত, নগাৰ বেশ ধৰি নগাৰ লগত। ভৈয়ামত বেহা কৰিবলৈ অহা নগাবোৰৰ মুখে কুঁৱৰীক কৰা শাস্তিৰ কথা গদাপাণিয়ে শুনিলে। পাছে একদিনা গদাপাণি ছদ্মবেশ ধৰি কুঁৱৰীক চাবলৈ আহিল, চাওডাঙ্গে শাস্তি কৰি থাকোঁতেই কুঁৱৰীক দেখিলেহি। গদাপাণিয়ে চকুলো টুকিলে, পাছত ক'লে বোলে, "হেৰ মানুহজনী! তই এনে যন্ত্ৰণা কিয়নো ভুঞ্জি মৰ? তোৰনো গিৰীহঁতৰ কথা কিয় কৈ নিদিয়?" এই বুলি গদাপাণিয়ে কুঁৱৰীলৈ চাই মনে মনে ৰ'ল। আকাৰে প্ৰকাৰে কুঁৱৰীয়ে চাৰিঙ্গ ৰজাক চিনিলে। পাছে তাৰপৰা গিৰীয়েকক আকাৰে ইঙ্গিতে আঁতৰাবলৈ মন কৰি বোলে, "পেহা ঐ! ক'ৰ মানুহ কলৈ গ'ল মইনো কি কৈ কম? মিছাতে মোক দোষা কিয়? চাওডাঙ্গহঁতে মোক মাৰিছে, চমটাৰে কোবাইছে, সঁৰাৰেৰে চেপিছে, পেহা ঐ! তাকো পাৰিছোঁ। মোক কিন্তু আৰও কোনেও একো নকৰাহক। তিৰী বধ লাগে, ইয়াৰপৰা আঁতৰ হোৱা। মোৰ মনত কিবা বিষাদ লাগিছে।" কুঁৱৰীয়ে এইবুলি কান্দিব ধৰিলে। পাছে গদাপাণিয়ে কুঁৱৰীৰ "পেহা ঐ" বুলি মাতিবৰ ভেদ বুজিলে আৰু ভালেপৰ ভাৱি-চিন্তি তাৰপৰা গদাপাণি পলাল। তাৰপাছে চাওডাঙ্গবোৰে কুঁৱৰীক বহুতো শাস্তি কৰিলে। চমটিয়ালে, বেঁতেৰে কোবালে আৰু আনো আনো অনেকো শাস্তি কৰিলে। কুঁৱৰীৰ মুখৰপৰা

গদাপাণিৰ কথা অকণো নোলাল। তাৰপাছে ল'ৰা-ৰজাদেৱৰ আজ্ঞায় কুকুৰাচোৱা চাওডাঙ্গে কুঁৱৰীক টঙ্গালিৰে চেপা দি শাস্তি কৰি তাতে মাৰিলে।

এই কথা নগাবোৰৰ মুখে মুখে গদাপাণি পৰ্বততে শুনিলে। পাছে দুখে-বেজাৰে ছদ্মবেশেৰে তেওঁ নগাৰ চাঙ্গে চাঙ্গে অনাই-বনাই ফুৰিবলৈ ধৰিলে। পোনতে নগা পৰ্বততে কিছুদিন থাকিল; নামচাঙ্গ আৰু টাবলুঙ্গৰ আজি ইটোত কালি সিটো টিলাত থাকিবলৈ ধৰিলে। তাৰপৰা কেতিয়াবা আকৌ পাণ, কচু, আলু, জলকীয়া আদি বেচিবলৈ অহাৰ ছলনাৰে ভৈয়ামলৈ নামি নগৰৰ গম-গতি বুজি যায়; শাহুৱেকৰ ঘৰতো সোমাই, লাই-লেচাইকো চাই যায়। পাছে নগা পৰ্বতত থাকিলে তেওঁৰ মনোবাঞ্ছা পূৰিবৰ আগন্তুক নেদেখি তেওঁ পৰ্বতৰপৰা ভৈয়ামলৈ নামি ভাটিফালে মুখ কৰি যাবলৈ ধৰিলে। বাটত পাছে সলাল গোহাঁঞিয়ে তেওঁক ল'গ পালে আৰু বোলে "তুমি এনেকৈ নেথাকি বন্দৰ বৰফুকনৰ তালৈ যোৱা, তুমি আকৌ ৰজা হবা।" সলাল গোহাঁঞিৰ কথা সজ যেন ভাবি গদাপাণি কামৰূপৰফালে গ'ল। তাতে পোনতে তেওঁ এজনী পোহাৰীৰ ঘৰত থাকিল। তাত পাছে আহি তেওঁ এক বামুণৰ ঘৰত ভালে দিন থাকিল। সেই বামুণক তেওঁ ৰজা হলে বটা-বাহন বিষয় দিম বুলি কৈ তাৰপৰা আহি চান্দকুটীয়া বৰবৰুৱাৰ তাত আশ্ৰয় ল'লেহি। পাছে তাতো আপদশূন্য যেন নেদেখি তাৰপৰা আঁতৰি ৰাণী গাঁৱলৈ গ'ল। তাতে গাবোৱনীয়ে গদাপাণিক বৰ আদৰ কৰি প্ৰতিপালন কৰি ৰাখিলে।

গুৱাহাটীৰ বন্দৰ বৰফুকনৰ ঘৈণী গদাপাণিৰ বাইদেৱাক হয়। তেওঁ বেহাবলৈ যোৱা গাবোৰ মুখে গদাপাণিৰ সম্ভেদ পালে। পাছে গোপনে তেওঁ গদাপাণিক চপাই নিলে; দিনদেক ঘৰৰ ভিতৰতে গোপনে ৰাখিলে; বৰফুকনক একো জানিবলৈ নিদিলে। পাছে এদিন সুযোগ পাই ফুকননী গাভৰুৱে বৰফুকনত ক'লে বোলে

"সঁচানে আপুনি গদাক পালে এতিয়া ৰজা পাতিব? শপত খাওক মোৰ ভাইক একো নকৰো বুলি, মই গদাক আনি দিম! মই গাত ল'লো।" ৰৰফুকনে বোলে, "মই সত্য কৰি কৈছোঁ, জগতত চন্দ্ৰ সূৰ্য থাকে মানে মই গদাৰ হিত বিনে অহিত নিচিন্তো।" ফুকননী গাভৰুৱে এই আশ্বাস বাণী শুনি গদাক উলিয়াই আনি বৰফুকনত দিলেহি। পাছে বৰফুকনেও গদাক পাই মনতে বৰ ৰং পালে। পাছে সকলো বৰুৱা ফুকন, ৰাজখোৱাৰে আলচি, গদাপাণিক ৰজাৰ যোগ্য যেন দেখি তেওঁকে ৰজা লবলৈ থিৰ কৰিলে। পাছে সকলো ফুকন বৰুৱা ৰাজখোৱা সৈতে বৰফুকনে গদাপাণিক আনি সৰিয়হ-তলিতে ৰজা পাতি সেৱা কৰিলে আৰু সবে উজাই আহি দক্ষিণপাট মন্ত্ৰৰ ঘাট পালেহি। ল'ৰা-ৰজা স্বৰ্গদেও দক্ষিণপটীয়া বাপুৰ শিষ্য। পাছে দক্ষিণপটীয়া বাপুৱে এই কথা জানি বন্দৰ বৰফুকনক মতাই নি বোলে—"তুমি মোৰ প্ৰধান শিষ্য আৰু জানা ল'ৰা-ৰজাও মোৰে শিষ্য; এইহেতুকে ৰাজ্যত প্ৰায় ময়েই ৰজাবদৰে আছোঁ। এতেকে তোমাক কওঁ তুমি ল'ৰা-ৰজাক ৰজা নেভাঙিবা, মই তোমাক ৰাজত্ব ভিক্ষা কৰিছোঁ।"

দক্ষিণপটীয়া বাপুৰ কথা শুনি বৰফুকনে বোলে, "বাপু, এইটো মোৰ অকলৰ কথা নহয়, মই কেনেকৈ কৰিম?" এইবুলি বৰফুকন অমান্তি হ'ল। পাছে দক্ষিণপটীয়া বাপুৱে বেজাৰ হৈ বৰফুকনক বোলে, "তোমাৰ ঘৰত আগলৈ বৰফুকন সম্পত্তি নেথাকিব" এইবুলি বাপুৱে বৰফুকনক শপিলে। পাছে বৰফুকনেও বোলে "অবিচাৰে মোক যে শাপ দিলে ময়ো বুলিছোঁ, তোমাৰ বংশটো দক্ষিণপাটৰ অধিকাৰ সম্পত্তি নেথাকিব।" এইবুলি বন্দৰ বৰফুকনে সদৌ ফুকন ৰাজখোৱা সমে গদাপাণিক লৈ উজাই আহিল। পাছে ল'ৰা-ৰজাক ভাঙি নামৰূপীয়া ৰজাৰ বাব দি, যোগান দি থৈ নামৰূপত থলে নি। গদাপাণিক ৰজা লৈ ১৬০৩ শকত গড়গাঁৱত আনি সেৱা কৰিলেহি।*

* শ্ৰীযুত লীলা গগৈৰ সৌজন্যত—সম্পাদক

# জয়মতী তিথি

**নকুলচন্দ্ৰ ভূঞা**

আজি বাৰটোৰ তিথি হৈছে শুক্লা একাদশী। চ'ত. মাহ। এই মাহৰ এই তিথিতেই সোতৰ শ শতিকাৰ শেষ ভাগত ( গোহাঁঞিবৰুৱাৰ অসম বুৰঞ্জী মতে ১৬৮০ চনত ) বৰগোহাঁঞি ঘৰৰ জীয়ৰী তুংখুঙীয়া ফৈদৰ বোৱাৰী, বাহুবলী গদাপাণিৰ কুঁৱৰী জয়মতীয়ে সৌ পৱিত্ৰ সলিল জয়সাগৰৰ সোঁ মাজতে য'ত নাগ উচগিত হৈছিল, তাতে নশ্বৰ দেহা চৰম নিৰ্যাতনত ত্যাগ কৰিছিল।

বুৰঞ্জীত লুকাই থকা জয়াৰ বাতৰি জয়ে-জয়ে তাহানি 'জোনাকী'ৰ যুগত স্বৰ্গীয় ৰত্নেশ্বৰ মহন্তই ৰাইজৰ আগত মেলি দিয়ে। তেতিয়া জয়াৰ স্মৃতিত প্ৰবন্ধ আৰু কবিতা মনীষীসকলৰ কাপত ওলাবলৈ ধৰিলে।

স্বৰ্গীয় পদ্মনাথ গোহাঁঞিবৰুৱাৰ 'জয়মতী' নাট, স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাৰ 'জয়মতী' নাট, স্বৰ্গীয় হিতেশ্বৰ বৰবৰুৱাৰ 'তিৰোতাৰ আত্মদান' কাব্য, শ্ৰীযুত দণ্ডিনাথ কলিতাৰ 'সতীৰ তেজ' নাট, তাৰ পাছত সিদিনা ৰূপকোঁৱৰ স্বৰ্গীয় জ্যোতিপ্ৰসাদ আগৰৱালাৰ ৰূপালী কাপোৰত আঁকা জয়মতী কাহিনীয়ে অসমৰ পৰ্বত-ভৈয়ামৰ সতি-সন্ততিক নতুন তেজেৰে অনুপ্ৰাণিত কৰি তুলিলে। আজি যেন অসমৰ বতাহ-পানী-মাটিত, তৃণ-তৰু-লতাত আৰু আকাশৰ গ্ৰহমণ্ডলত জয়াৰ বাতৰি সিঁচৰতি হৈ দেশখনক সোঁৱৰাই দি সুধিছে —জয়াই প্ৰাণ দিলে কিয়? তেওঁৰ প্ৰাণ অকল স্বামীৰ বাবেই নে? নহয়, আমাৰ অন্তৰ আত্মাই কৈ দিয়ে, স্বামীৰ যোগেদি দেশ আৰু জাতিটোক ৰক্ষা কৰিবলৈ, তেতিয়াৰ অমানুষিক পাপৰপৰা

দেশখনক মুক্ত কৰিবলৈ। এই নিখুঁত সত্য অনুভৱ কৰিব পাৰিয়েই বছৰি বছৰি অসমীয়াই এই পবিত্ৰ জয়া-তীৰ্থত শ্ৰদ্ধাঞ্জলি দি নিজক ধন্য মানিছে।

১৬৭১ চনৰপৰা ১৬৮১ চনলৈকে অসম দেশত ৰজা আৰু ৰাজবিষয়াৰ ক্ষমতাৰ লোভত অঘটন ঘটিছিল। এই অঘটনত ভালে কেইজন ৰজা, বহুতো ৰাজকোঁৱৰ আৰু ভালে কেইজন ৰাজবিষয়াৰ প্ৰাণ অকালতে হানি হৈছিল।

বিশেষকৈ চামগুৰীয়া ফৈদৰ কোমল বয়সীয়া ল'ৰা-ৰজা চুলিক্‌ফাৰ দিনত। ল'ৰা-ৰজাই তেওঁৰ আগতে কেইবাজনো ৰজাৰ গুপ্ত-হত্যা হোৱা দেখি তেওঁ কু-মন্ত্ৰীসকলৰ মন্ত্ৰণাত নিজৰ সিংহাসন নিষ্কণ্টক কৰিবলৈ ৰজা হ'ব পৰা ফৈদবিলাকৰ কোঁৱৰসকলৰ হত্যা আৰু অঙ্গক্ষত কৰিবলৈ গুপ্তভাবে চাওডাঙক লগাই দিয়ে। গোটেই দেশতে অশান্তি সৃষ্টি হ'ল। ৰজা প্ৰজা সকলোৰেই নিজৰ ওপৰত বিশ্বাস নোহোৱা হ'ল। কোন মুহূৰ্তত কাৰ প্ৰাণ হানি হয়, কোন কেনি আকস্মিক বিপদত পৰে ইত্যাদি ভাবি মানুহে নিজৰ ছাঁ-টোকে দেখি ভূতৰ ভয় খাবলৈ ধৰিলে।

ল'ৰা-ৰজাৰ চকু পৰিল তুংখুঙীয়া ফৈদৰ গোবৰ ৰজাৰ পুতেক বাহুবলী গদাপাণিৰ ওপৰত। জয়াৰ অনুৰোধত গদাপাণি পলাল। ল'ৰা-ৰজাই জয়মতীক ধৰাই আনি অমানুষিক ভাবে চাওডাঙৰ হতুৱাই শাস্তি দিয়ালে 'গদাপাণিৰ বাতৰি দিবলৈ'। জয়াই স্বামীৰ বাতৰি নকলে। চৈধ্যদিন একেৰাহে ঘোৰ শাস্তি আৰু নিৰ্যাতন সহি, আজিৰ তিথিত নশ্বৰ দেহ ত্যাগ কৰি, নিজৰ পবিত্ৰ তেজ দি অসম আৰু অসমীয়াক সেইদিনাৰ পাপ অন্যায়ৰপৰা মুক্ত কৰি থৈ গ'ল।

আজি আমি সমবেত হৈছোঁহি, পুৰণি জেৰেঙাৰ বুকুত। কোনোবা অশৰীৰীয়ে যেন আমাক কৈছেহি—জয়াৰ তেজেৰে ৰাঙলী হোৱা পবিত্ৰ স্থানত তীৰ্থ কৰি তোমালোক ধন্য হৈছা। এই কথা মনলৈ আহিলেই জয়াৰ চৈধ্য দিনৰ অমানুষিক শাস্তি আৰু নিৰ্যাতন

মনত পৰেহি, চকুৰ আগত জিলিকি উঠে জয়াৰ কোমল দেহাৰ মাংস খণ্ড-খণ্ডকৈ খহি পৰা, তেজ ধাৰসাৰে বৈ ভৰিৰ গোৰাহাইদি মাটিত পৰা। আৰু মনত পৰেহি দিখৌ নৈৰ আগৰিত নগা পৰ্বতত লুকাই থকা স্বামী গদাপাণিয়ে তিনিবাৰ ছদ্মবেশেৰে জয়াক দেখা দি তেওঁৰ কথা কৈ শাস্তিৰপৰা মুক্ত হবলৈ ঘনে ঘনে কোৱা। সত্যাগ্ৰহী মহাসতী জয়াই মাথোন উত্তৰ দিছিল, "ইবিলাকক বা ইয়ালৈ কোনে মাতিছে, মোৰ স্বামীৰ কথা মই নকওঁ, ইবিলাক গুচি নেযায় কিয়?" জয়াৰ এনে উত্তৰ পাই, চন্দ্ৰ-সূৰ্যক সাক্ষী কৰি গদাপাণি সেই ঠাইৰপৰা আঁতৰি গ'ল। এনে নৃশংস দৃশ্য মনলৈ আহিলে, কোন এনে প্ৰাণী আছে, যাৰে চকুত পানী নোলাব?

জয়াৰ সম্পূৰ্ণ বিশ্বাস আছিল, সেই সময়ত তেওঁৰ স্বামী গদাপাণিৰ বাহিৰে কোনেও ইন্দ্ৰবংশী আহোম ৰাজসিংহাসন, সোণৰ অসম দেশখন আৰু চেনেহৰ অসমীয়া জাতিটোক ৰক্ষা কৰিবলৈ সক্ষম নহ'ব। এই বাবেই জয়াই তিল-তিলকৈ প্ৰাণ দিলে দেশৰ কল্যাণৰ হকে, জাতিটোৰ মঙ্গলৰ হকে আৰু স্বামীক ৰক্ষা কৰিবলৈ। জয়াৰ প্ৰাণৰ আহুতিৰ পূজাত ঈশ্বৰ প্ৰসন্ন হ'ল। ১৬৮১ চনত প্ৰবল প্ৰতাপী স্বামী গদাধৰ সিংহই সিংহাসনত উঠি দেশখনক সবল কৰি গঠন কৰিলে। সেইখন সুগঠিত দেশতে জয়াৰ জ্যেষ্ঠ পুত্ৰ লাইকোঁৱৰে সিংহাসনত উঠি ৰুদ্ৰসিংহ নাম লৈ মাতৃ জয়াৰ স্মৃতিত জয়সাগৰ পুখুৰী খান্দি, জয়দ'ল বান্ধি জয়াৰ নাম চিৰ-স্মৰণীয় কৰিলে।

সৎ পুৰুষ আৰু সতী তিৰোতাৰ পুণ্যৰ ফলত, এখন দেশ বা এটি জাতিৰ মঙ্গল হয়। তাৰ প্ৰমাণ, সিদিনা মহামানৱ সৎ পুৰুষ মহাত্মা গান্ধীৰ পুণ্যৰ ফলতেই ভাৰত আজি স্বাধীন। এই বাবেই বিনা ৰক্তপাতত স্বাধীন হোৱা ভাৰতৰ সৎ পুত্ৰ গান্ধী আজি অসম-পূজ্য মহাত্মা।

জয়াৰ পুণ্য তিথিত, জয়াৰ পুণ্য স্থানত, জয়াৰ পুণ্য স্মৃতিত,

আজি আমাৰ মনলৈ কিহৰ ভাববিলাক আহিছে? এদিন জয়াই যেনেকৈ দেশখনক, জাতিটোক ৰক্ষা কৰিবলৈ নিজক আহুতি দিলে, সেইদৰে আজি আমি আমাৰ নিজৰ দেশ আৰু জাতিটোৰ কথা ভাবিছোঁনে?

যি পুৰুষ বা তিৰোতাই নিজৰ জাতিটো আৰু দেশখনৰ কথা ভাবে, তেওঁ সঁচাকৈয়ে বীৰ আৰু বীৰাঙ্গনা। ক্ষুদ্ৰ মনৰ মানুহে কেৱল নিজৰ স্বাৰ্থতে অন্ধ হৈ থাকে। এনে অন্ধ মানুহে দেশখনকে বেচিব পাৰে।

নিজৰ বুৰঞ্জী পঢ়িলে, মানুহৰ মন ওখ হয়, পূৰ্বপুৰুষৰ গৌৰৱ সুঁৰৰি। এনে বীৰভাবৰ মানুহেই দেশৰ বাবে প্ৰাণ দিব পাৰে। অসম স্বাধীন হ'ল হয়, কিন্তু পৰদেশীৰ গচকৰপৰা আমি মুক্ত হ'ব পাৰিছোঁনে? স্বাধীন মানুহৰ দৰে দুবেলা দুমুঠি খাই সুখেৰে আৰু শান্তিৰে থাকিব পাৰিছোঁনে? আনকি আমাৰ মাতৃভাষা অসমীয়া ভাষাটোকে স্বাধীনভাবে ক'বপৰা হৈছোঁনে? স্বাধীন ভাৰতৰ প্ৰায় সকলো প্ৰদেশতে নিজৰ নিজৰ মাতৃভাষা তেওঁলোকৰ ৰাজ্যিক ভাষা হৈছে। আমাৰ মাতৃভাষা অসমত আজি ৰাজ্যিক ভাষা নে? সঁচা, আমাৰ দেশলৈ অসমৰ বাহিৰৰপৰা বহুতো মানুহ জীৱিকা বিচাৰি আহিছে। তাহানি স্বাধীন অসমতো আহিছিল। তাহানি অহাসকলে অসমৰ ভাষা-কৃষ্টি লৈ, অসমীয়াৰ লগত বিয়া-বাৰু কৰি নিজক এই দেশৰে মানুহ বুলি চিনাকি দি গৌৰৱ কৰিছিল। পাছে, এতিয়াৰ আজি স্বাধীন অসমলৈ অহাসকলে এই দেশক তেওঁবিলাকৰ নিজৰ দেশ বুলি ভাবিছেনে? অৱশ্যে তেখেত-সকলৰ মাজত যিকোনো উচ্চমনা বহল হিয়াৰ মানুহ নাই বুলি অস্বীকাৰ কৰিব নেখোজোঁ। যিসকলে এই দেশক আপোন বুলিছে, আমিও সেইসকলক আপোন বুলিছোঁ। ই সঠিক, সৰহ ভাগেই ৰঘুমলাৰ দৰে আমাক হেঁচা মাৰি গা-গছক জোপাত মাৰি আমাৰ মূৰৰ ওপৰত থিয় হ'বলৈ অহোপুৰুষাৰ্থ কৰিছে।

আনকি অসমদেশৰ 'অসম'টো পাৰিলে লুপ্ত কৰিবলৈও তলে তলে যত্নত আছে।

আমি তাহানি শুনিছিলোঁ বঙ্গদেশখন বীৰ-বীৰাঙ্গনাৰ দেশ নাছিল। ই একেবাৰে ভুল। আজি চাওক বঙ্গৰ কলিকতাখনত আচল বঙালীতকৈ অনা-বঙালী সৰহ নহ'লেও কম নহয়। কিন্তু কোনোবা অনা-বঙালীয়ে বঙালীসকলৰ বিপক্ষে সৰুকৈ হ'লেও কিবা ক'বলৈ সাহ কৰিব পাৰিছেনে? কিন্তু আমাৰ অসমত আজি কি হৈছে?

আমি অসমীয়াই নৰক, ভগদত্ত, ভীষ্মক, বাণ, ভাস্কৰ, নৰ-নাৰায়ণ, চিলাৰায়, জয়ধ্বজ, গদাধৰ, ৰুদ্ৰসিংহ, মূলা, জয়মতী, সাধনী, মোমাই তামুলী, লাচিত, শঙ্কৰ, মাধৱৰ তেজৰ সন্ততি বুলি ওফাইদাং মাৰি শুই আছোঁ। দেশখন বা জাতিটো ক'লে গৈছে, আমাৰ খবৰ হোৱা নাই। ইয়াতকৈ আমাৰ আৰু অবনতি হ'বলৈ ঠাই আছেনে? আৰু বলবীৰ্যহীন আমি অসমীয়াই আজি ইয়াত সমবেত হৈছোঁহি, দেশৰ বাবে, জাতিৰ বাবে প্ৰাণ আহুতি দিয়া বীৰাঙ্গনা জয়মতীৰ স্মৃতিত তৰ্পণ দিবলৈ। বীৰাঙ্গনা জয়াই আমাৰ দুৰ্বলী আৰু বিজতবীয়া সন্তানৰ তৰ্পণ গ্ৰহণ কৰিবনে? মহাভাৰত ৰামায়ণত বীৰ পিতৃ শ্ৰীৰামচন্দ্ৰ আৰু অৰ্জুন আদিয়ে বীৰত্বৰে চিনাকি নিদিয়ালৈকে নিজৰ তেজৰ সন্তানসকলকো নিজৰ সন্তান বুলি ক'বলৈ লাজ পাইছিল। আমি মহাভাৰত, ৰামায়ণ আৰু অতীতৰ বুৰঞ্জী পঢ়ি কি জ্ঞানলাভ কৰিছোঁ?

আজি আমি এইবিলাক কথা ভাবি চাবৰ সময় হোৱা নাইনে?

বীৰাঙ্গনা মহাসতী জয়াৰ তিথি পালন কৰা আমাৰ সাৰ্থক হ'ব—আমি যদি আজি আমাৰ বুকুত হাত দি প্ৰত্যেকেই ভাবোঁ, আমি আছিলোঁ কি, হ'লোঁ কি, আৰু হ'ম কি?

এটা জাতি ডাঙৰ বা সৰু হয়—মানুহৰ সংখ্যাৰে নহয়; সেই জাতিৰ জ্ঞান, গুণ আৰু বীৰত্বত। ইংৰাজ আৰু জাপান জাতিৰ

মানুহ আন জাতিতকৈ সৰহ নহয়। তথাপি তেওঁবিলাকে নিজৰ শৌর্য-বীর্যৰ গুণত পৃথিবীত জাকত-জিলিকা হৈ আছে।

আমি যদি গোটেইখন অসম দেশৰ মানুহে নিজক এটা জাতি অসমীয়া বুলি অনুভৱ কৰি নতুন শক্তিৰে আগ বাঢ়িব পাৰো, তেহে আমি বীৰ-বীৰাঙ্গনাৰ সন্তান বুলি গৌৰৱ কৰিব পাৰিম। তেহে জাতীয় শক্তিত বলবান হৈ নিজৰ প্ৰাপ্য, নিজৰ জন্ম-স্বত্ব অক্ষুণ্ণ ৰাখি স্বাধীন ভাৰতত আমি আমাৰ যোগ্য স্থান ল'ব পাৰিম। বীৰক সকলোৰে সন্মান কৰে; কাপুৰুষক সকলোৰে ঘিণ কৰে।

জয়াৰ তিথিত, আমি আমাৰ নিজৰ এই কথাবিলাক ফঁহিয়াই চাই, নতুন শক্তিৰে শক্তিমন্ত হৈ, পুৰুষ তিৰোতা সকলোৱেই একে মনে একে প্ৰাণে দেশৰ মঙ্গলৰ হকে আগ বাঢ়িব পাৰিলেই আজি মহাসতী বীৰাঙ্গনা জয়াৰ তিথি পালন কৰা সাৰ্থক হ'ব।

সৌৱা অশৰীৰী জয়াৰ আত্মাই আকাশত উৰি উৰি আমাক চাই ভাবিছে, আমাৰ তৰ্পণ আজি গ্ৰহণ কৰিবনে নাই? আমি আমাৰ পৰশ্ৰীকাতৰতা, স্বেচ্ছাচাৰিতা, ক্ষুদ্ৰ স্বাৰ্থ হিংসা-দ্বেষ বলি দি —"আমি তোমাৰ সন্ততি অসমীয়া জাতিয়ে—জয়া তোমালৈ আমাৰ তৰ্পণ আগবঢ়াইছোঁ" বুলি কব পাৰিলেই মহাসতী বীৰাঙ্গনা জয়াই আমাৰ আজিৰ তৰ্পণ নিজহাতে গ্ৰহণ কৰিব। আমি ধন্য হ'ম, জাতিটো ধন্য হ'ব, দেশখন ধন্য হ'ব।

এয়ে আমাৰ দীক্ষা-মন্ত্ৰ হওক। এই মহান দীক্ষা-মন্ত্ৰেৰে বছৰি বছৰি জয়াক তৰ্পণ দিম। জয়াৰ যোগ্য সন্তান হৈ, আমি বীৰ-বীৰাঙ্গনাই জয়াৰ সতীত্বৰ শক্তি লাভ কৰি, গদাপাণিৰ বাহুবল আমাৰ বাহুত লাভ কৰি, মনত অদম্য সাহস লৈ, অসমীয়া জাতিটোৰ পাপবিলাক পুৰি ছাই কৰি, হিংসা-দ্বেষ লোপ কৰি, উচ্চ মনৰ, বহল হিয়াৰ আমি বীৰ জাতি অসমীয়া বুলি জগতত পৰিচয় দিবলৈ যেন সক্ষম হওঁ। দেশৰ গৌৰৱ, দেশৰ লক্ষ্মী, দেশৰ সন্মান অটুত ৰাখিবলৈ, প্ৰয়োজন হলে আমাৰ প্ৰাণ দিবলৈও যেন কুণ্ঠিত নহওঁ।

অসমীয়া, তুমি জয়মতীক চিনিলে, নিজৰ দেশ আৰু জাতিটোকো চিনিবা। হাটকৰা বাটকৰাৰ দৰে জয়াৰ তিথিলৈ অহাটো নিজৰো অপমান আৰু এই মহাযজ্ঞকো অপমান কৰা হ'ব। কিয়নো এই তীৰ্থলৈ অহাৰ আগতে আমি অসমীয়াই জনা উচিত—ক'লৈ আহিছোঁ আৰু কিহৰ বাবে?

যি গৰাকী সতীয়ে নিজক তিল-তিলকৈ জেৰেঙাৰ বুকুত প্ৰাণ দান কৰিলে,—কাৰ বাবে, কিহৰ বাবে? এই গুপ্ত কথাটো আমি প্ৰত্যেকেই হিয়াত অনুভৱ কৰিব লাগিব।

দেখিব—অসমীয়া জাতিয়ে জয়াৰ মৰ্মস্থলৰ বাণী অনুভৱ কৰিব পাৰিলেই নিজৰ দেশৰ আৰু জাতিটোৰ বাবে প্ৰাণ উৰ্চৰ্গি, নিলগৰ টো নিলগতে আঁতৰাই, অপহৃতা অসুয়া মষিমূৰ কৰি, ভাৰতত কিয়, জগততে আমাৰ জাতিটোক শ্ৰেষ্ঠ স্থান দিব পাৰিব। অসমীয়া জাতিটোৱে কাহানিও কাৰো আলপৈচান ধৰা নাছিল। বুৰঞ্জীয়ে কয়, অসমৰ বাহিৰৰপৰা তাহানি অহা মানুহক অসমীয়াই নিজৰ বীৰোচিত বহল হিয়াৰে আশ্ৰয় দি বীৰ জাতিৰ পৰিচয় দিছিল। আজি কিন্তু, আমি পৰদেশীয় গচকত দুৰ্বল হিয়া আৰু ঠেক মনেৰে বীৰাঙ্গনা জয়াক পূজা কৰিবলৈ আহিছোঁ।

জয়া আমাৰ আই! তুমি তুষ্ট হোৱা। আমাৰ পূজা অঘিণ ভাবে গ্ৰহণ কৰা। তোমাৰ আশীষৰপৰা অসমীয়াই প্ৰাণত শক্তি পাওক, মনত বল পাওক, নিজ জাতি আৰু নিজ দেশৰ সম্মান অটুত ৰাখক। আকৌ অসমীয়া জাতিটোৱে বীৰ-প্ৰসৱিনী আইৰ যোগ্য সন্ততি বুলি জগতক চিনাকি দিয়ক। এয়ে তোমাৰ চৰণত আমাৰ পূজা।

---

১৩।৪।৫৪ তাৰিখে জয়দ'ল প্ৰাঙ্গণত অনুষ্ঠিত 'জয়মতী তিথি'ৰ সভাপতিৰ অভিভাষণখনি বুৰঞ্জীবিদ্ শ্ৰীযুত ভুবনচন্দ্ৰ সন্দিকৈ ডাঙৰীয়াৰ সৌজন্যত পোৱা হ'ল। —সম্পাদক

# ৺জয়মতী

## সৰ্বানন্দ ৰাজকুমাৰ

মৰণশীল জগতত আদৰ্শ অমৰ। ই সনাতন। ইয়াৰ দেশ, কাল, পাত্ৰ নাই। ই সকলোৰে অনুকৰণীয়। ইয়াৰ সীমা নাই, ই সৰ্বব্যাপী। ই কাৰো নিজস্ব স্বকীয়া সম্পত্তি নহয়; যেয়ে যেতিয়াই য'তে ইচ্ছা কৰে, ইয়াক গ্ৰহণ কৰিব পাৰে। ই মানুহক সজ-পথলৈ নি নিজৰ, দেশৰ আৰু দহৰ উন্নতি কৰাত সহায় কৰে।

আদৰ্শ প্ৰচাৰ আৰু আয়ত্ব কৰাৰ কাৰণেই বীৰ-বীৰাঙ্গনাৰ পূজাৰ আৱশ্যক। বীৰ বীৰাঙ্গনা মানে যুদ্ধক্ষেত্ৰত নৰহত্যা কৰি নিজৰ দেশ ৰক্ষা কৰা বা আনৰ দেশ জয় কৰা জনকে নুবুজায়। যিজনে মৰণশীল জগতত কোনো আদৰ্শ ডাঙি ধৰি অমৰ হব পাৰিছে, সেইজনেই বীৰ বা বীৰাঙ্গনা।

মূৰ্তি-পূজকে যেনেকৈ খেৰ, মাটিৰ ওপৰত ৰং-লগোৱা মূৰ্তিক পূজা নকৰি, সেই মূৰ্তিৰ যোগেদি অনাদি অনন্ত, সত্য, শিৱ সনাতনক পূজা কৰে, সেইদৰে বীৰ-পূজকসকলেও সেই বীৰক পূজা নকৰি সেই বীৰৰ যোগেদি তেওঁ দেখুৱাই থৈ যোৱা আদৰ্শকহে পূজা কৰে। সেই কাৰণেই বীৰ-পূজাত দেশ, কাল, পাত্ৰৰ ভেদাভেদ থাকিব নোৱাৰে।

পৃথিৱীত মানৱ এটি জাতি হলেও ভৌগোলিক পৰিস্থিতিয়ে ইয়াক বিভিন্ন জাতি, উপজাতিত ভাগ কৰিছে। বুৰঞ্জীয়ে এই ভাগবিলাকক পৃথক পৃথক কৃষ্টি আৰু সভ্যতা দান কৰিছে। পৃথক কৃষ্টি আৰু সভ্যতা থকা প্ৰত্যেক জাতি, উপজাতিৰ নিজৰ নিজৰ বীৰ-বীৰাঙ্গনা আছে। সেই বীৰ বীৰাঙ্গনাৰ আদৰ্শ সেই জাতি, বা উপজাতিৰ

মাজতে সীমাৱদ্ধ নহয়। জোৱান অব্ আৰ্কৰ আদৰ্শ কেৱল ফৰাচী-সকলৰ, মীৰাবাইৰ আদৰ্শ কেৱল ভাৰতীয়সকলৰ, ৰাধিকাৰ আদৰ্শ কেৱল কৈবৰ্ত্তসকলৰ ভিতৰতে সীমাবদ্ধ হৈ থাকিব নোৱাৰে। এই কথা সত্য হ'লেও, পৃথক কৃষ্টি আৰু সভ্যতা থকা প্ৰত্যেক জাতি বা উপজাতিৰ নিজৰ বীৰ-বীৰাঙ্গনাৰ আদৰ্শই সেই জাতি বা উপজাতিক যিদৰে প্ৰাণত অনুভূতি জগাই তুলি অনুপ্ৰেৰণা দিব পাৰে, অন্য জাতিৰ বীৰ-বীৰাঙ্গনাই নোৱাৰে; কাৰণ তেওঁলোক এক-দেশ, এক জাতি, এক তেজ, এক কৃষ্টি আৰু সভ্যতাৰ নহয়। এই কাৰণেই আমি জাতীয় বীৰ-বীৰাঙ্গনাৰ পূজা বিশেষভাৱে কৰিব লাগে।

আজি বহুতদিনৰপৰাই বছৰে বছৰে অসমৰ নানা ঠাইত জয়মতী তিথি পালন হৈ আহিছে। কিন্তু দুখৰ বিষয় যে জয়মতীৰ জীৱন-চৰিত্ৰ আজিও প্ৰকাশ হোৱা নাই। বহুতে ক'ব খোজে যে গেইট চাহাবৰ বুৰঞ্জীত জয়মতীৰ কথা নাই; এতেকে জয়মতী বুলি কোনো মহিলা নাছিল। ইয়াৰ উত্তৰত কও যে গেইট চাহাবৰ বুৰঞ্জীত মোগল সম্ৰাট আওৰঙ্গজেবে ৰজা ৰামসিংহক অসম জয় কৰিবলৈ পঠোৱা আৰু ৰজা ৰামসিংহ অসমত যুদ্ধত ঘাটি ঘূৰি যোৱা আৰু সেইসময়ত লাচিত বৰফুকন থকা কথা আছে; কিন্তু লাচিত বৰফুকনে তেওঁক শৰাইঘাটৰ নৌ-যুদ্ধত পৰাস্ত কৰা কথা নাই। এতেকে শৰাইঘাটত কোনো নৌ-যুদ্ধ হোৱা নাই বুলি ক'ব লাগিব। গেইট চাহাবে অসমৰ ৰাইজক প্ৰথমে অসমৰ এখন সম্পূৰ্ণ বুৰঞ্জী দিয়ে। সেই কাৰণে অসমীয়া জাতি তেওঁৰ ওচৰত কৃতজ্ঞ হোৱা উচিত। তেওঁৰ বুৰঞ্জীত কোনো কথা বাদ পৰিল বুলিয়েই যে তেনে কোনো ঘটনা হোৱা নাছিল, এনে হ'ব নোৱাৰে। বৰ্ত্তমানে অসমৰ বহুত বুৰঞ্জী প্ৰকাশ হৈছে, সেই বুৰঞ্জীবিলাকৰ ভালেমানত জয়মতীৰ কথা আছে।

বহুতে কব খোজে যে স্বৰ্গদেৱ ৰুদ্ৰসিংহই তেওঁৰ মাতৃ ৺জয়মতীৰ স্মৃতি ৰক্ষাৰ্থে জয়সাগৰ পুখুৰী খনোৱা আৰু জয়দৌল নিৰ্মাণ কৰোৱা

নাছিল, কছাৰী আৰু জয়ন্তা ৰজাক জয় কৰি সেই কথা স্মৰণীয় কৰি ৰাখিবৰ অৰ্থেহে কৰাইছিল। কছাৰী আৰু জয়ন্তা ৰজাক জয় কৰোতে স্বৰ্গদেৱ ৰুদ্ৰসিংহ বিশ্বনাথত আছিল আৰু তাতে তেওঁক দুইজন ৰজাক ভেটোৱা হয়। এতেকে স্বৰ্গদেৱে কছাৰী আৰু জয়ন্তা জয় কৰাৰ কথা স্মৰণীয় কৰি ৰাখিবৰ কাৰণে বিশ্বনাথতে স্মৃতিচিহ্ন নিৰ্মাণ কৰিব লাগিছিল। জয়ন্তা আৰু কছাৰী ৰজাক ১৭০৮ খৃঃঅঃত বিশ্বনাথত স্বৰ্গদেৱক ভেটোৱা হয়। স্বৰ্গদেৱ ৰুদ্ৰসিংহ ১৬৯৬ খৃঃঅঃত ৰজা হয় আৰু ১৬১৯ শকৰ ৩ আঘোনত অৰ্থাৎ ১৬৯৭ খৃঃঅঃৰ শেষভাগত তেওঁ জয়সাগৰ পুখুৰী খনাবলৈ আৰম্ভ কৰায়। এই হিচাব মতে কছাৰী আৰু জয়ন্তা ৰজাক জয় কৰাৰ ১১ বছৰৰ আগতেই স্বৰ্গদেৱ ৰুদ্ৰসিংহই জয়সাগৰ পুখুৰী খনায়। এনে কাৰণতে ক'ব লাগিব যে স্বৰ্গদেৱে কছাৰী আৰু জয়ন্তাক জয় কৰি জয়সাগৰ পুখুৰী খনেৱো আৰু জয়দৌল নিৰ্মাণ কৰোৱা কথা সম্পূৰ্ণ ভিত্তিহীন।

৺জয়মতীৰ লাই আৰু লেচাই নামে দুটি পুত্ৰ আছিল। স্বৰ্গদেৱ গদাধৰসিংহ স্বৰ্গী হোৱাত লাই ৰজা হৈ ৰুদ্ৰসিংহ নাম লয় আৰু লেচাই নামৰূপীয়া ৰজা হয়। স্বৰ্গদেৱ গদাধৰসিংহৰ পাছৰপৰা ( ১৬৯৬ খৃঃ অঃ ) আহোম ৰাজত্বৰ শেষলৈকে ৺জয়মতীৰ দুই পুত্ৰৰ বংশধৰসকলৰ ভিতৰত ৯ জন ৰজা হয়। এই কাৰণেই আহোঁম ৰাজফৈদৰ ভিতৰত এই ফৈদক সৰ্বশ্ৰেষ্ঠ আসন দিয়া হয়। এই ফৈদৰ নাম তুংখুঙীয়া ফৈদ। স্বৰ্গদেৱ চুকাফা অসমলৈ আহোতে তেওঁৰ তিনি পুত্ৰক তিনিটা খাঙত ভৰাই বোকোচাত তুলি অনা হৈছিল। সেই তিনি পুত্ৰই য'ত থাকিবলৈ ল'লে সেই ঠাইৰ নাম তিঙ্গখাঙ্গ হ'ল বুলি কয়। কালক্ৰমত তিঙ্গখাঙ্গত বাস কৰা ৰাজকোঁৱৰজনৰ ফৈদটো তুঙ্গখুঙ্গীয়া নামে জনাজাত হ'ল। ডিব্ৰুগড় মহকুমাৰ জয়পুৰ থানাৰ অন্তৰ্গত বৰ্তমান তিঙ্গখাঙ্গ নামেৰে এটা মৌজা আছে। এই মৌজাৰ কেউফালে থকা অঞ্চলখনেই এসময়ত তিঙ্গখাঙ্গ নামে জনাজাত আছিল। এই তিঙ্গখাঙ্গতে ৺জয়মতী

কুঁৱৰীয়ে তেওঁৰ স্বামী ৺গদাপাণিৰে সৈতে ৰাজনিগ্ৰহৰ আগতে বাস কৰিছিল। মটক-মৰণাৰ বিদ্ৰোহ আৰু মানৰ আক্ৰমণত তিঙ্গখাঙ্গ লোকালয় গুচি অৰণ্যত পৰিণত হ'ল। বৃটিছ আমোলত সেই অৰণ্যই সেই অঞ্চললৈ চাহ-খেতিয়কসকলক নিমন্ত্ৰণ জনায় আৰু তেওঁলোকৰ লগতে সেই অঞ্চল অসমৰ বহিৰাগত সকলৰ আবাস স্থল হয়। অসমত তুঙ্গখুঙ্গীয়া ৰাজকোঁৱৰসকল আছে কিন্তু তিঙ্গখাঙ্গত তেওঁলোকৰ নিবাস স্থল নাই।

বহুতে ৺জয়মতীক ৰাণী বুলি কয়। প্ৰকৃততে তেওঁ ৰাণী নাছিল, কাৰণ তেওঁৰ স্বামী গদাপাণি ৰজা হোৱাৰ আগতেই তেওঁ স্বৰ্গী হয়। তেওঁৰ জীৱিতকালত ৺গদাপাণি ৰাজকোঁৱৰ হে আছিল। এতেকে ৺জয়মতীক ৰাণী আখ্যা নিদি কুঁৱৰী বোলাহে উচিত। অৱশ্যে ৺জয়মতী ৰজাৰ বোৱাৰী আছিল। গদাপাণিৰ পিতৃ গোবৰ ল'ৰা ৰজাৰ আগতে ৰজা হৈছিল। কোনোৰ মতে তেওঁ দ্বিতীয় ৰজা।

বহুতে ৺জয়মতী তিথি পালনক "জয়মতী উৎসৱ" বুলি কয়। উৎসৱ বুলিলে আনন্দ কৰা বুজায়। জয়মতী তিথিয়ে তেওঁক অমানুষিকভাৱে অত্যাচাৰ কৰি হত্যা কৰাৰ কথা সোঁৱৰাই দিয়ে। এনে শোকজনক ঘটনাৰ দিন পালনক উৎসৱ বুলিলে খাপ নেখায়। এতেকে জয়মতী তিথি পালনক "জয়মতী উৎসৱ" নুবুলি "জয়মতী তিথি বোলাহে উচিত হ'ব।

বহুতে ৺জয়মতীক প্ৰকাশ্যভাৱে ১৪ দিন ধৰি অমানুষিক অত্যাচাৰ কৰি হত্যা কৰাৰ কথা বিশ্বাস কৰিবলৈকে টান পায়। তেওঁলোকে ক'ব খোজে যে তেনে এটা ঘটনা হোৱা হলে তৎক্ষণাত ৰাজ্যজুৰি বিদ্ৰোহাগ্নি জ্বলি উঠিলহেঁতেন। উপকথাই সত্য ঘটনাকো চেৰ পেলায় বুলি সকলোৱে স্বীকাৰ্য। আহোম শাসন-নীতি অনুসৰি লুথুৰাধনীয়া লালুকসোলা বৰফুকন প্ৰধানমন্ত্ৰী হ'ব নোৱাৰে। তেনেস্থলতে তেওঁ প্ৰধান আসনত বহি লৈ পূৰ্ব্বৰ প্ৰধানমন্ত্ৰী আতন

বাঁহগৰীয়া বুঢ়াগোহাঁই স্বৰ্গদেৱ চুদৈফা আৰু অন্যান্য বিষয়া, প্ৰজা আদিক হত্যা কৰাই ৺গদাপাণিৰ বাহিৰে ৰাজকোঁৱৰসকলক হত্যা নতুবা ৰজা হ'ব নোৱৰাকৈ অঙ্গ-খত কৰোৱায়। এইবিলাক অত্যাচাৰত বাধা দিওঁতা নোলাল কাৰণ "ভয়ত ভগৱন্ত পলায়, কিলৈলে বাসুদেৱ ডৰায়"। এনে অৱস্থাত এগৰাকী তিৰোতাক দিয়া শাস্তিলৈ কোনে কাণ কৰে!

লুথুৰাখনীয়া বৰফুকনে দেশৰ কাৰণে মোমায়েকক বলি দি ৰজা ৰামসিংহক ১৬৭১ খৃঃত শৰাইঘাটত পৰাস্ত কৰি অসমক শত্ৰুৰ হাতৰপৰা ৰক্ষা কৰে। বাহিৰা অশান্তি দূৰ হোৱাৰ লগে লগে ঘৰোৱা অশান্তিয়ে দেখা দিয়ে। লাচিতৰ মৃত্যুৰ পাছত তেওঁৰ ককায়েক লালুকসোলা বৰফুকন হৈ ৰজা হোৱাৰ সপোন দেখে। সেই সপোন ফলৱতী কৰিবৰ অৰ্থে তেওঁ বিনাযুদ্ধে সম্ৰাট আওৰঙ্গ-জেৱৰ ভাগিন-জোঁৱাই ঢাকাৰ নবাব আজমতৰাক দেৱৰো দুৰ্লভ পাণ্ডু-শৰাইঘাট এৰি দি উজনিলৈ যাত্ৰা কৰি যুদ্ধত আতন বুঢ়া-গোহাঁইক পৰাস্ত কৰি, হত্যা কৰে। ইন্দ্ৰবংশী আহোম ৰাজকোঁৱৰৰ বাহিৰে আনে আহোম সিংহাসন আৰোহণ কৰিব নোৱৰাৰ কাৰণে তেওঁ উপযুক্ত ৰাজকোঁৱৰ থকাতো চামগুৰীয়া ফৈদৰ ৰাজ-কোঁৱৰ ১৪ বছৰ বয়সীয়া চুলিক্‌ফাক ১৬৮০ খৃঃৰ কাতিত ৰজা পাতি, তেওঁলৈ নিজৰ ৫ বছৰীয়া জীয়েকক বিয়া দি বৰকুঁৱৰী আৰু ভায়েক ভাতধৰাৰ ১২ বছৰীয়া জীয়েকক বিয়া দি পৰ্বতীয়া কুঁৱৰী পাতে। নতুন ৰজাৰ আদেশ লৈ তেওঁ পৰ্বতীয়া ফৈদৰ ৰজা চুদৈফাক হত্যা কৰায়। বৰফুকন ৰজা হব নোৱাৰিলে যদিও তেওঁ প্ৰধান মন্ত্ৰী হৈ ৰাজ্যৰ সকলো ক্ষমতা নিজৰ হাতত লয়। সেই সময়ত ৰজা হব পৰা বহুত আহোম ৰাজকোঁৱৰ আছিল। গতিকে বৰফুকনে প্ৰমাদ গণিলে। স্বাৰ্থই তেওঁৰ মনত নীচ ভাৱ সুমুৱাই দিলে। আহোম নীতি মতে ৰজা হবলৈ হলে ৰাজকোঁৱৰজন সম্পূৰ্ণ নিখুঁণি হব লাগিব। এই নীতি ৰাজমন্ত্ৰীয়ে নিজ স্বাৰ্থৰক্ষাত

প্ৰয়োগ কৰে। সেই কাৰণে তেওঁ ৰাজকোঁৱৰসকলক বিনা অপৰাধে হত্যা বা অঙ্গক্ষত কৰাবলৈ গুপ্তচৰ নিয়োগ কৰে। সেই কাৰ্য কৰিবলৈ বাকী থাকিল মাত্ৰ গদাপাণি কোঁৱৰক। জয়মতী কুঁৱৰীয়ে উপলব্ধি কৰিলে যে স্বাৰ্থান্ধ বিষয়া আৰু দুৰ্বল ৰজাৰ-পৰা দেশ ৰক্ষা কৰিবলৈ সেই সময়ত তেওঁৰ স্বামী গদাপাণিৰ বাহিৰে আন কোনো উপযুক্ত ৰাজকোঁৱৰ নাই। সেই বিষয়ে গভীৰ ভাৱে চিন্তা কৰি নিজ মনোবল স্থিৰ কৰি লৈ তেওঁৰ স্বামীৰ আৰু দেশৰ মঙ্গল কামনা কৰি, গদাপাণিক নগাৰ বেশ পিন্ধাই নগা পৰ্বতলৈ পলুৱাই পঠায়। ৰাজমন্ত্ৰীৰ গুপ্তচৰে গদাপাণিক বিচাৰি নোপোৱাত ৰাজমন্ত্ৰীৰ আদেশত জয়মতীক ৰাজসভাত উপস্থিত কৰোৱা হয়। ৰাজ-আদেশ অমান্য কৰি জয়মতীয়ে স্বামীৰ বাতৰি নিদিয়াত, ৰাজমন্ত্ৰীয়ে তেওঁক গাঁঠি হাজৰিকাক গতায় দি, শাস্তি কৰি হলেও গদাপাণিৰ বাতৰি উলিয়াবলৈ আদেশ দিয়ে। সেই আদেশ অনুসৰি গাঁঠি হাজৰিকাই চাওদাং লগাই জেৰেঙা পথাৰত জয়মতীক অমানুষিক শাস্তি কৰি গদাপাণিৰ বাতৰি উলিয়াবলৈ যত্ন কৰে। জয়মতীয়ে নিজৰ চকুৰ আগতে তেওঁৰ তিনিবছৰীয়া কন্যাৰ তিনিদিনীয়া শাস্তিত মৃত্যু হোৱা দেখিও অচল অটল হৈ থাকে। মাত্ৰ নিজ স্বামীৰ চৰণ চিন্তি, দেশ, জাতি আৰু স্বামীৰ মঙ্গলাৰ্থে ১৪ দিন ধৰি সকলো অমানুষিক শাস্তি সহ্য কৰি স্বামীৰ কোনো বাতৰি নিদি, সগৰ্ভা অৱস্থাত নশ্বৰ দেহা ত্যাগ কৰে। এনে ত্যাগ জগতত অতুলনীয়। কেনো দেশৰ কোনো বুৰঞ্জীত ত্যাগৰ এনে জলন্ত পটন্তৰ পোৱা নাযায়। জয়মতীয়ে যি উদ্দেশ্যে নিজৰ দেহা ত্যাগ কৰিলে, সেই উদ্দেশ্য তেওঁৰ মৃত্যুৰ পাছত অচিৰে ফলৱতী হয়। বিষয়াসকলে গদাপাণিক ১৬৮১ খৃঃত বিশ্বনাথত ৰজা পাতে। তেওঁ ৰজা হৈ স্বাৰ্থান্ধ বিষয়াসকলক ভাঙি নতুন বিষয়া পাতি ৰাজ্যত শান্তি স্থাপন কৰে। পতনমুখী আহোম ৰাজ্য পুনৰ ঠন ধৰি উঠে।

জয়মতী কেৱল সতীয়েই নহয়, তেওঁ কৰ্তব্য-পৰায়ণা সত্যাগ্ৰহী। মহামানৱ মহাত্মা গান্ধীৰ ২৫০ বছৰৰ আগতেই তেওঁ সত্যাগ্ৰহ, ত্যাগ, অক্ৰিয় বাধাদান, আৰু, পশুবলতকৈ যে নৈতিক বল বেছি ক্ষমতাশালী, দেখুৱাই গৈছে। জয়মতী অসমৰ জীয়াৰী, অসমৰ বোৱাৰী, অসমৰ জল, বায়ু, কৃষ্টি, সভ্যতাৰ মাজত তেওঁ লালিত-পালিত। তেওঁ যি আদৰ্শ থৈ গৈছে, সেই আদৰ্শমতে আজি অসমৰ জীয়াৰী-বোৱাৰীসকল নিশ্চয় চলিব পাৰিব। মহাসতী জয়মতীৰ মহান আদৰ্শৰ অনুগামী হৈ আমাৰ জীয়াৰী-বোৱাৰীসকল সত্যাগ্ৰহী আৰু কৰ্তব্য-পৰায়ণা সতী হব পাৰিলেহে জয়মতী তিথি পতা সাৰ্থক হব।

# জয়দ'ল

**শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস**

মহাসতী জয়মতীৰ পতিভক্তি, অপূৰ্ব ত্যাগ, মহান আদৰ্শ আৰু দূৰদৰ্শিতাই অসম বুৰঞ্জীৰ পাত উজ্জ্বল কৰি ৰাখিছে। তেওঁৰ পুত্ৰ ৰুদ্ৰসিংহও এজন আদৰ্শনীয় গুণধৰ ৰজা আছিল। 'সজ পুত্ৰ কুলৰ চাকি' এই নীতিকথাষাৰ ৰুদ্ৰসিংহৰ গাত সুন্দৰকৈ খাটে। ৰুদ্ৰসিংহ অকল মাতৃভক্ত ৰজাই নাছিল; তেওঁৰ পিতৃভক্তি আৰু দেশভক্তিও অতুলনীয়। ৰুদ্ৰসিংহ জয়মতী কুঁৱৰীৰ উপযুক্ত পুত্ৰ।

বহল জেৰেঙা পথাৰৰ মাজত জয়সাগৰ পুখুৰী; ইয়াক জয়াতীৰ্থও বুলিব পাৰি। তাৰে উত্তৰ পাৰে জয়দ'ল। এই জয়দ'ল দেখা পালেই পুত্ৰৰ মাতৃভক্তি, পত্নীৰ পতিভক্তি, এই দুয়োটা ভাব আমাৰ মনলৈ আহে। এইবিধৰ দ'ল গোটেই পৃথিবীতেই সৰহ নোলাব। জয়দ'ল আৰু জয়সাগৰ পুখুৰী ১৭০৩ খৃঃত সম্পূৰ্ণ কৰে। আজি প্ৰায় আঢ়ৈশ বছৰেও তাৰ বিশেষ ক্ষতি-খুণ হোৱা নাই।

আমাৰ সুবিধাৰ কাৰণে দ'লটোক তিনিটা ভাগত ভগাই লোৱা হ'ল। যেনে, (১) ওপৰৰ কলচী ভাগ, (২) কেৱল একেৰকমৰ ফুলৰ ছবি থকা ভাগ, (৩) তলৰ মূৰ্তি থকা ভাগ। ইয়াত অতি সামান্য হিচাবে মূৰ্তি থকা ভাগৰহে পৰিচয় দিয়া হব। ক'লা-বিদ্যা আৰু শিল্পৰ বিষয়ে মোৰ একেবাৰে জ্ঞান নাই। সেই কাৰণে মূৰ্তিবিলাকৰ অৱস্থান আৰু আকৃতি বা গঠনৰ বিষয়ে মই ইয়াত বহলাই লিখিবলৈ অসমৰ্থ। এনেবিধৰ পুৰণি প্ৰতিমা আৰু মূৰ্তিবপৰা অতীতৰ অনেক কথা শিকিব পাৰি। কোনো কোনো

মূৰ্তিক কোনো কোনো দেশ বা জাতিৰ একোখন চমু বুৰঞ্জী বুলিব পাৰি। তাৰ উদাহৰণস্বৰূপে কব পাৰি নানা ঠাইত আবিষ্কৃত হোৱা বুদ্ধমূৰ্তি।

দ'লটো কিমান ওখ জুখিব পৰা নহ'ল; শিৱসাগৰ পুখুৰী পাৰৰ শিৱদ'লটোতকৈ কিছু চাপৰ হ'ব। মাটিৰ ওচৰত জুখি বেৰটো প্ৰায় ১৬৪ ফুট পালোঁ। ইটাবোৰ খুব মজবুট। দ'লৰ তৃতীয় ভাগৰ চাৰি ঠাইত মূৰ্তি কটা আছে। প্ৰত্যেক ভাগকে একোখন মূৰ্তি থকা বেৰ বুলি কোৱা হওক। দুই বেৰৰ মাজৰ চুকত চাৰিটাকৈ সৰু দ'ল আছে। দ'লটোত মুঠতে বাৰটা সৰু দ'ল তলৰেপৰা একেবাৰে গাত লাগি আছে।

মূৰ্তি থকা তলৰ ভাগটোতেই আকৌ ৬টা থাক বা ভাগ আছে। গোটেই ওপৰ ভাগত আৰু নিচেই তলৰ ভাগত গছ-গছনি আৰু কিবাকিবি লতা-ফুল আদিৰ চিত্ৰ কটা আছে। ওপৰৰ-বিলাক সিমান মণিবই নোৱাৰি। এই দুই থাকৰ মাজত আন চাৰি থাকত ৰকম-বেৰকমৰ মূৰ্তি কটা আছে। মূৰ্তিবোৰ শিলত কটা নে খুব টান ইটাত কটা ঠিককৈ ধৰিব নোৱাৰি।

দ'লৰ গাত মূৰ্তি কটা থকা বেৰ চাৰিখনৰ প্ৰত্যেককে এইদৰে ভাগ কৰি লব পাৰি। মহাপুৰুষ মাধৱদেৱে চাৰি যুগৰ ধৰ্ম আচৰণৰ বিষয়ে এইদৰে লিখি গৈছে --

সত্য যুগে ধ্যান ত্ৰেতা যুগে যজ্ঞ
দ্বাপৰ যুগত পূজা।
কলিত হৰিৰ কীৰ্ত্তন বিনাই
আৱৰ নাহিকে দুজা॥—( ঘোষা ৩৯৯ )

১। এই বাণীকেই সাৰোগত কৰি দ'লৰ বেৰতো প্ৰতি যুগৰ মূৰ্তি বেলেগ ধৰণেৰে কাটিছে।

২। এই থাকৰ মূৰ্তিবিলাকৰ দ্বাৰা সত্যযুগৰ দৰ্শকৰ আৰাধনা কৰা কথা প্ৰকাশ কৰিছে। অনেক নৰমূৰ্তিৰ গাতেই চৰাইৰ

নিচিনা পাখি কটা আছে। সত্যযুগৰ মানুহৰ গাত পাখি থকা বুলি এতিয়াও মানুহে কয়। এই কথাৰ আন কিবা বেলেগ অৰ্থ আছে যদি কব নোৱাৰো। এই থাকত কিমান মূৰ্তি আছে মণিব নোৱাৰি। সত্যযুগত ধ্যান কৰিলেহে মানুহে ঈশ্বৰ পাইছিল।

৩। এই থাকত মূৰ্তিবিলাকৰ দ্বাৰা ত্ৰেতাযুগৰ দৰ্শকৰ আৰাধনা কৰা প্ৰণালীহে বিবৰিছে। এই যুগত যজ্ঞ কৰিব লাগে। মূৰ্তিৰ সংখ্যা কব নোৱাৰি।

৪। এই থাকৰ মূৰ্তিবিলাকৰ দ্বাৰা দ্বাপৰ যুগৰ ঈশ্বৰ আৰাধনা কৰা প্ৰণালী বিবৃত কৰিছে। এই যুগত পূজা কৰিব লাগে। এই থাকৰ মূৰ্তিবোৰ কিছু ডাঙৰ। জয়সাগৰ পুখুৰীৰ ফালৰপৰা এই থাকত থকা মূৰ্তিবোৰ টোকা কৰি দিয়া হ'ল।

(১) মালাধাৰী চতুৰ্ভুৰ্জ বিষ্ণু (২) বংশীধাৰী শ্ৰীকৃষ্ণ (৩) কোলাত শিশু-কৃষ্ণ লৈ দেৱকী (৪) নাঙল লৈ বলোৰাম (৫) হাতত ধনু থকা মূৰ্তি চিনিব নোৱাৰি। (৬) ঘোঁৰাৰ ওপৰত গৰুড়, সিমান ধৰিব নোৱাৰি। (৭) তিনিটা মূৰ্তি, ধৰিব নোৱাৰি। (৮) চক্ৰধাৰী চতুৰ্ভুৰ্জ (৯) তিনিটা মূৰ্তি (১০) নাৰীমূৰ্তি (১১) চতুৰ্ভুৰ্জ (১২) হাঁহৰ ওপৰত ব্ৰহ্মা। (১৩) চতুৰ্ভুৰ্জ (১৪) মৎস্য অৱতাৰ (১৫) ধৰিব নোৱাৰি (১৬) ধৰিব নোৱাৰি (১৭) ঘোঁৰা অস্পষ্ট (১৮) চতুৰ্ভুৰ্জ, হাৰ শঙ্খ আদি আছে। (১৯) কুৰ্ম-অৱতাৰ (২০) অস্পষ্ট (২১) স্ত্ৰী-পুৰুষৰ মূৰ্তি (২২) চতুৰ্ভুৰ্জ, তিনিখন হাত খহিছে, গলত হাৰ আছে, হাৰৰ চাকিটো ভালে আছে। (২৩) বালী, সুগ্ৰীব যুদ্ধ কৰা অৱস্থাত আছে, হাৰ আৰু কিৰীটি আছে। (২৪) ৰাম, লক্ষ্মণ, সীতা; ৰামৰ হাতত ধনু তৰোৱাল আছে, ওচৰৰ গছজোপাত পাত ডালো আছে। (২৫) চতুৰ্ভুৰ্জ (২৬) ঘোঁৰাৰ ওপৰত শ্ৰীকৃষ্ণ (২৭) বৰাহ আৰু শিশু-বালীৰ যুদ্ধ (২৮) চতুৰ্ভুৰ্জ মূৰ্তি, অস্পষ্ট (২৯) পৰশুৰাম (৩০) চতুৰ্ভুৰ্জ (৩১) ঘোৰাৰ ওপৰত পুৰুষ মূৰ্তি (৩২) চতুৰ্ভুৰ্জ

(৩৩) অস্পষ্ট (৩৪) অস্পষ্ট (৩৫) এন্দুৰৰ ওপৰত গণেশ (৩৬) সুন্দৰ চতুৰ্ভুজ মূৰ্তি (৩৭) সদাশিব, অস্পষ্ট (৩৮) চতুৰ্ভুজ (৩৯) পুনিশাকৰ ওপৰত পদুম, পদুম পাহী এটা, তাৰে ওপৰত ভেকুলী, তাৰে ওপৰত পদ্মাসনত ধ্যানমগ্ন চতুৰ্ভুজ অনন্ত পৰম ব্ৰহ্মা (৪০) ঘোঁৰাৰ ওপৰত অস্পষ্ট মূৰ্তি (৪১) চতুৰ্ভুজ, অস্পষ্ট (৪২) চতুৰ্ভুজ, অস্পষ্ট (৪৩) চতুৰ্ভুজ, অস্পষ্ট (৪৪) চতুৰ্ভুজ, অস্পষ্ট (৪৫) চতুৰ্ভুজ, অস্পষ্ট (৪৬) নৰসিংহ বধ, ভক্ত প্ৰহ্লাদৰ স্তুতি (৪৭) চতুৰ্ভুজ।

দ'লত থকা মূৰ্তিবিলাকৰ ভিতৰত চতুৰ্ভুজ মূৰ্তিৰ সংখ্যাই সৰহ। গোটেই দ'লটোত নানা ৰকমৰ চিত্ৰ-বিচিত্ৰ লতা কটা আছে। হিন্দুৰ দশাৱতাৰ আৰু চাৰিযুগৰ বীৰ সাধক ঋষি-মুনি-সকলক ইয়াত মূৰ্তিৰে দেখুৱাইছিল। কোনটো মূৰ্তি কি উদ্দেশ্যত কৰিছিল তাক আমি এতিয়া কব নোৱাৰো। ইযাৰ আচৰিত ধৰণৰ কাৰুকাৰ্য দেখি এতিয়াৰ বহুত মানুহে তাক স্বয়ং বিশ্বকৰ্মাই নিৰ্মাণ কৰা বুলি কয়। বৰপেটা সত্ৰৰ নামঘৰৰ বেৰতো এনে-ধৰণৰ অনেক বীৰ আৰু ঋষি-মুনিৰ সুন্দৰ মূৰ্তি কটা আছে। এইবিলাক ভালকৈ চালে পুৰণি ৰামায়ণ আৰু মহাভাৰতৰ বিষয়ে যথেষ্ট জ্ঞান হব।

ওপৰত নাম উল্লেখ কৰি অহা সৰু সৰু দ'লকেইটা চাৰি-শিৰীয়া; তাতো কিবাকিবি মূৰ্তি কটা আছে। জয়দ'লক স্থানীয় লোকে 'বৰদ'ল' বুলিও কয়। এই দ'লত থকা মূৰ্তিবিলাকৰ প্ৰত্যেকৰে ফটো লৈ মাহেকীয়া আলোচনীত ছপাই দিলে সকলো ৰাইজৰে মন মুগ্ধ কৰিব। এনে ধৰণৰ আন আন মূৰ্তি 'আৱাহন', 'প্ৰবাসী', 'ভাৰতবৰ্ষ' আদিত ছপা হোৱা দেখিছো। আমাৰ দেশৰ পুৰণি মঠ-মন্দিৰসমূহৰ ফটো লৈ ৰাইজৰ আগত প্ৰকাশ কৰিবলৈ উঠি-অহা ডেকা বন্ধুসকলৰ ওচৰত নিবেদন জনালে ইও দেশ-সেৱাই নহব জানো?

সত্য আৰু ত্ৰেতা যুগৰ খাপত প্ৰতি খাপতে ৯৭টাকৈ মূৰ্ত্তিৰ সংখ্যা ; বিশেষ বৰ্ণনা কৰিব নোৱাৰি।

৫। কলিযুগৰ খাপত পহু, বৰা, উট, এন্দুৰ, ঘৰিয়াল আদি নানা জন্তুৰ মূৰ্ত্তি আছে।

এই মূৰ্ত্তিবোৰ কাটি আনি আন ঠাইত লগাই দিয়ালে তাতেই কটা তাক ধৰিব নোৱাৰি। কিন্তু এইবিলাক যে আমাৰ অসমীয়া মানুহৰ হাতৰ কাম তাত এধানমানো সন্দেহ নাই। এইবোৰ নিদৰ্শনৰপৰাই বুজিব পাৰি যে আগতে অসমীয়া মানুহ কিমান শিল্প-পটু আছিল। ৰংপুৰত এতিয়াও দুই এখন শিলাকুটীয়া গাঁও আছে। শিলৰ মূৰ্ত্তি কটা আৰু বাচন গঢ়াই তেওঁলোকৰ ব্যৱসায় আছিল। এখন গাঁৱত মই নিজে দুটামান শিলৰ পুৰণি বাটি দেখি আহিছো। এতিয়া কিন্তু সেই শিল্প-কমত পটু পুৰুষসকলৰ বংশধৰসকলেও বিদেশীৰ হাতে গঢ়া বস্তুৰেই কাম চলাব লাগিছে। এইদৰেই এতিয়া আমাৰ সকলো পিনে জাতীয় অৱনতি হৈছে। ৰংঘৰ, তলাতল ঘৰ, জয়দ'ল, শিৱসাগৰ পুখুৰী আদিয়ে আমাৰ অসমীয়া মানুহেই কৰা তাক আমি এতিয়া আগভাগৰ অসমীয়া-সকলে ভাবিবই নোৱাৰোঁ।

ৰংপুৰলৈ নিজে গৈ নেচালে কাকত কিতাপ পঢ়ি তাৰ বিষয়ে বিশদৰূপে জানিবলৈ আশা কৰা দুৰাশা। তলাতল ঘৰৰ একেবাৰে ওপৰ তলাত উঠি জয়দ'লৰ ফাললৈ চকু কৰিলে নগা পাহাৰৰ সৈতে কিযে এক মনোৰম দৃশ্য দেখা যায়! কেউফালে গাঁওবোৰ সমান দূৰত। ঠাইডোখৰ নীচেই ঠাণ্ডা। এতিয়া ই এখন শান্তিময় মৰুভূমি।

প্ৰায় মানুহেই নিজৰ ঘৰৰ ওচৰত ওপৰ-চকুৱা। এই দোষে মোকে স্পৰ্শ নকৰা বুলি ক'ব নোৱাৰোঁ। নিজৰ ঘৰ বা গাঁৱৰ বিষয়ে আমাৰ যিমান জ্ঞান থকা উচিত সিমান প্ৰায়বোৰ মানুহৰেই নেথাকে। পুৰণি ৰংপুৰ ফুৰিছোঁ, তাত কিমান অত্যাচাৰ কৰিছোঁ,

তাৰ বিষয়ে আমাৰ যথোচিত জ্ঞান হোৱা নাই। কোনো বিদেশী যাত্ৰীয়ে যদি ৰংপুৰৰ বিষয়ে কিবা পুৰণি কথা সোধে, তেন্তে আমি অনেক সময়ত শুদ্ধ উত্তৰ দিব নোৱাৰিবও পাৰোঁ, নাইবা অনুমানৰ ওপৰতহে উত্তৰ দি ভদ্ৰতা ৰক্ষা কৰিব পাৰোঁ। কি দুখৰ কথা!

জয়দল'ৰ পছিমফালে গাত লগাকৈ এটা পকীঘৰ আছে। এই পকীঘৰৰ পছিমে থকা মুকলি চোতালত প্ৰতি বছৰে জয়মতী উছৱ হয়। এই পুৰণি দ'ল-দেবালয়সমূহৰ ওচৰত নিৰ্মাণ কৰাওঁতা ৰজা-সকলৰ নাম, নিৰ্মাণ কৰা চনৰে সৈতে 'চাইনবৰ্ড' লিখা নথকাত নতুন যাত্ৰীসকলে বুজিবলৈ বৰ অসুবিধাত পৰিবলগীয়া হয়। জয়-দ'লৰ সন্মুখত মহাৰাজ ৰুদ্ৰসিংহৰ এটি প্ৰতিমূৰ্তি স্থাপন কৰি দিলে সোণত সুৱগা দিয়া হ'ব।

কোনো কোনো দৰ্শকে দ'ল-দেৱালয়বিলাকৰ বেৰত মূৰ্তিবোৰত নিজৰ নাম-ধাম আৰু নানা কথা লিখাত সেইবোৰ নষ্ট হৈছে। দৰ্শকসকলে এই কথাটো মন কৰা উচিত।

মোৰ অজ্ঞতাবশতঃ যদি এই লেখাত কিবা ভুল হৈছে তেন্তে ৰাইজে যেন ক্ষমা কৰে।

# জয়মতী

## শ্ৰীভুবনচন্দ্ৰ সন্দিকৈ

### আগ কথা

বুৰঞ্জীৰ গতি সদায়ে স্থিতিশীল নহয়, ই গতিশীলও। বহুত দিন বিশ্বাস কৰি অহা ভাৰতৰ প্ৰথম উচ্চ সভ্যতাৰ জন্ম-দিওঁতা আৰ্যযুগৰ পৰিবৰ্তে এতিয়া হৰপ্পা আৰু মহেঞ্জোদাৰোৰ সভ্যতাক মানি ল'ব লগা হৈছে। ইয়াৰ পাছত হয়তো আৰু আবিষ্কাৰৰ থ'ল আছে। বুৰঞ্জীৰ সমল যাইকৈ হ'ল পৌৰাণিক আখ্যানমূলক ধৰ্মপুথি, বিদেশীৰ টোকা, তামৰ ফলি, শিলালিপি, ভাস্কৰ্য, লোক-প্ৰবাদ আৰু পাছলৈ লিখা ৰজাসকলৰ শাসনাৱলী ইত্যাদি। কিন্তু অসমৰ ক্ষেত্ৰত টাই গোষ্ঠীৰ বুৰঞ্জী লিখাৰ দস্তুৰ বহুকালৰপৰা আছিল। চুকাফা স্বৰ্গদেৱৰ দিনৰেপৰা ৰাজভগনৰ পাছলৈকে বুৰঞ্জীৰ চৰ্চা প্ৰতিফলিত আছিল। পুৰন্দৰ সিংহ আৰু যুৱৰাজ কামেশ্বৰ সিংহৰ দিনত লিখা অসম বুৰঞ্জী, সেইসময়ত স্বাধীন হ'বলৈ বিদ্ৰোহ কৰা গমধৰ কোঁৱৰৰ বুৰঞ্জীয়েই শেষৰ বুৰঞ্জী। অসমৰ এই বুৰঞ্জীবিলাকৰ উপৰিও ফৈদবিলাকৰ ধাৰাবাহিক বংশাৱলী, গুৰুসকলৰ চৰিত-পুথি, ফৈদৰ বুৰঞ্জী, চিঠিপত্ৰ, তামৰ ফলি, মুদ্ৰা, কীৰ্তিচিহ্ন আৰু পৰিয়ালৰ পুৰণা কথাবিলাক মুখে মুখে চলি অহাৰ দস্তুৰ, লোকগীতি আদিৰ-পৰা, বিশেষকৈ আহোম যুগৰ কথা জনাৰ সুবিধা আছে। ভাৰতৰ ভিতৰত বুৰঞ্জী-সাহিত্যত অসমৰ স্থান বহু ওপৰত। অনুমান বা গবেষণা নকৰিলেও বুৰঞ্জীবিলাকেই পুৰণা কথা বহুত ক'ব।

আহোমসকলৰ বুৰঞ্জী প্ৰথম অৱস্থাত আহোম বা টাই ভাষাত লিখা হৈছিল, পাছলৈ অসমীয়াত লিখা হয়। এই আহোম ভাষাত

লিখা অসংখ্য বুৰঞ্জীৰ ভিতৰত মাত্ৰ ৰায়চাহাব গোলাপচন্দ্ৰ বৰুৱাই আহোমৰপৰা ইংৰাজীলৈ এখন কিতাপ তৰ্জমা কৰিছিল। বাকী সকলোবিলাকেই সুবুজা ভাষাত থাকি অনেক জানিব লগা কথা নজনাত থাকিব লগাত পৰিছে। অসমীয়াত লিখাবিলাকৰ ভিতৰতো চাৰিভাগৰ এভাগো প্ৰকাশ হোৱা নাই। আমি নিজে এনে অপ্ৰকাশিত অতি পুৰণি সাঁচিপতীয়া ৬।৭খন বুৰঞ্জী পঢ়িছো আৰু কেবাখনো দেখিবলৈ পাইছোঁ। গতিকে অসম বুৰঞ্জীৰ সম্যক জ্ঞানলাভ কৰিবলৈ হ'লে আৰু বৈজ্ঞানিক প্ৰণালীৰে বুৰঞ্জী সংকলন কৰিবলৈ হ'লে আহোম আখৰত আৰু অসমীয়াত লিখা সকলোবিলাক বুৰঞ্জী উদ্ধাৰ কৰি তাৰ ওপৰত গবেষণা কৰিলেহে এখনি অসমৰ সম্পূৰ্ণ বুৰঞ্জী হ'ব পাৰে, আৰু অসম-বুৰঞ্জীৰ সম্যক জ্ঞানলাভ কৰি মন্তব্যসহ বৈজ্ঞানিক বুৰঞ্জী লিখিবলৈ হ'লে সেইসময়ৰ সমসাময়িক দেশবিলাকৰ বুৰঞ্জীও অধ্যয়ন কৰিব লাগিব। তেহে অসম বা আহোম বুৰঞ্জীত বুৰঞ্জীবিদ্ বুলি ক'ব পৰা হ'ব। ছপা হোৱা কিখনৰ বাহিৰে সাঁচি থোৱা বা ধোঁৱাচাঙত মলণ্ডি থকা বুৰঞ্জীবিলাক মূল্যহীন বুলি মন্তব্য কৰা কথাটাৰো মূল্য নাই। দুই চাৰিখন বুৰঞ্জী পঢ়িয়েই কোনো এটা কথাৰ স্থিৰ সিদ্ধান্ত কৰাটো বুৰঞ্জীবিদৰ ধৰ্ম নহয়। বুৰঞ্জীৰ উপৰিও কল্পনা-জল্পনা বাদ দি লোকগীতি, বংশাৱলী, বংশ-চৰিত, প্ৰবাদ, চৰিত-পুথি, তামৰ ফলি, আখ্যান, দানপত্ৰ, ভাস্কৰ্য আদিৰপৰা উদ্ধাৰ কৰিও বহু বুৰঞ্জীমূলক কথা আহৰণ কৰিব পাৰি। ইয়াৰ মূল্যও কম নহ'ব। বহুক্ষেত্ৰত দেখা যায়, যিকোনো লিখিত বুৰঞ্জী নথকা সত্বেও, লোকৰ মুখে শুনা কথা, চিঠিপত্ৰ, গীত, নথিপত্ৰ, কবিতা বা কাব্য, আলোচনী, প্ৰবাদ আদিৰ সহায়েৰেও আজিকালি ভালেমান বুৰঞ্জী আৰু গ্ৰন্থ প্ৰকাশ আৰু প্ৰচাৰ হ'বই লাগিছে। ইত্যাদিবিলাক কথালৈ লক্ষ্য ৰাখি জয়মতীৰ কথাটো বুৰঞ্জী-সন্মত নহয় বুলি একেবাৰে ডাঠি কোৱাটো ভুল হ'ব। অৱশ্যে ছায়াচিত্ৰ, উপন্যাস, উপাখ্যান, নাট, কবিতা আদিত জয়মতীৰ সম্পৰ্কে ছুৰহু

যিবোৰ বিৱৰণ প্ৰকাশ পাইছে সি সম্পূৰ্ণ বুৰঞ্জী নহ'বও পাৰে। মূল কথাৰ জঁকাটো লৈ তাত ৰহণ সানি সাহিত্যৰ সৌৰভ বিলোৱাত কোনেও দোষৰ ভাগী হ'ব নোৱাৰে।

জয়মতীৰ সম্পৰ্ক থুলমূলকৈ তলত কেইটিমান কথা আলোচনা কৰিবলৈ আগবাঢ়িছোঁ ; কিন্তু ই সম্পূৰ্ণ নহয় ; যাতে আৰু বিস্তাৰিত হয় তাকে আশা কৰিলোঁ।

## সেই সময়টো

সকলো কথা বা ঘটনা সদায়ে সেই কাল বা যুগৰ অধীন হয়। গতিকে জয়মতীৰ ঘটনাটো অধ্যয়ন কৰাৰ লগে লগে সেই যুগটোৰো ভালদৰে বিশ্লেষণ হ'ব লাগে। অসমৰ এটা গৌৰৱময় খেনৰপৰা জয়মতীক শাস্তি দি মৰালৈকে অৰ্থাৎ ১৫৯২ শকৰপৰা ১৬০৩ শকলৈকে আহোম ৰাজ্যত এটা অমঙ্গলীয়া ধুমুহা বৈ যায়। ৰাজনীতিত পৈণত আৰু স্বদেশানুৰাগী ডা-ডাঙৰীয়া আৰু বিষয়াসকলে মোগলক ভেটিবলৈ বুলি শৰাইঘাট আৰু কলিয়াবৰত আঁতৰি থকা সময়তে ৰাজধানীত তলখাপৰ, ক্ষমতালোভী আৰু স্বেচ্ছাচাৰী বিষয়াসকলে সেইসময়ত থকা স্বৰ্গদেউসকলতকৈ ক্ষমতাবান হৈ স্বৰ্গদেউসকল সিংহাসনত থকা সত্বেও অৰাজকতাৰ সৃষ্টি কৰিলে।

এইবিলাকৰ ভিতৰত দক্ষিণপাটৰ হাজৰিকা লেচাই ডেবেৰাই ৰাজ্যত প্ৰধান হৈ পাছলৈ বৰবৰুৱা হৈ ক্ৰমে চুন্যত্‌ফা বা উদয়াদিত্য, চুক্লাম্‌ফা বা ৰামধ্বজ্‌ প্ৰথম তুংখুঙ্গীয়া ৰজা, চুহুং চামগুৰীয়া আদি ৰজাসকলক ১৫৯৫ শঁকৰপৰা ১৫৯৭ শঁকৰ ভিতৰতে অন্যায়কৈ হত্যা কৰে। তদুপৰি ৰামধ্বজসিংহ স্বৰ্গদেৱৰ বংশ নিৰ্মূল কৰি তিপাম ৰজাকে ধৰি অসংখ্য ৰাজকোঁৱৰক, ডা-ডাঙৰীয়া আৰু বিষয়াক দক্ষিণ-পটীয়া আৰু ৰতনপুৰীয়াক হাতত লৈ হত্যা কৰে। কেবাগৰাকীও আইকুঁৱৰীক (ৰাণী) শাস্তি দি বধ কৰিলে। পাছত গুৱাহাটীৰপৰা ডা-ডাঙৰীয়া বিষয়াসকলকো ছল-চক্ৰান্ত কৰি আনি মাৰি "আপুনিয়ে

দেৱৰ নাম বোলাব ধৰিলে”। অতিশ্ৰী হলে হতশ্ৰী হ’ব লাগে। আতন বুঢ়াগোহাঁই আৰু লালুকসোলা বৰফুকন উজাই আহি ডেবেৰাক যুদ্ধত বধ কৰি তুংখুঙীয়া গোবৰ ৰজাকো ( গদাধৰ সিংহৰ পিতৃ ) বধ কৰে। লগতে সকলো উৎপতীয়া বিষয়াক শাস্তি দি মাৰে। মামৰ নমৰে। ডেবেৰাই মৰাৰ আগতে লালুকক কৈছিল, “এক দেহ। দশমৰ পদ মইহে কৰিছোঁ, তয়ো কৰিবি।” সেই কথাই সত্যত পৰিণত হ’ল। ডেবেৰাৰ পাছতে লালুকসোলা ফুকনে প্ৰধান হৈ স্বৰ্গদেউ গোবৰ, চুজিনফা স্বৰ্গদেউ, গড়গঞা ৰজাৰ সবংশ, আতন বুঢ়াগোহাঁই-পৰিয়ালসহ স্বৰ্গদেউ ( চুডৈফা ) আৰু ভালেমান ৰাজকোঁৱৰ, প্ৰধান বিষয়া হত্যা কৰি ৰাজ্যৰ সকলো ঘাই বিষয় নিজে, নিজৰ ভায়েক মৰঙী, ভাতধৰা আদিক দিয়ে। তদুপৰি স্বদেশদ্ৰোহ, ৰাজদ্ৰোহ সকলো আচৰণ কৰি, আনকি মোগললৈ ভাগি যোৱা দদায়েক বাতুলী ফুকন আৰু আজমতৰালৈ পৰা, নিজা ভাগিনীয়েক ৰহমত বাণুৰ ( ৰমণী গাভৰু ) অনুৰোধ, হাক-বচনলৈ কৰ্ণপাত নকৰি বিনাযুদ্ধে মোগলক গুৱাহাটী এৰি দি উজাই আহি নিজে স্বয়ং হ’লহি। নিজৰ হাতৰ মুঠি ১৪ বছৰীয়া চুলিকফা বা ল’ৰা-ৰজাক সিংহাসনত বহুৱাই নিজৰ ৫ বছৰীয়া জীয়েকক বৰকুঁৱৰী আৰু ভায়েক ভাতধৰাৰ ১২ বছৰীয়া জীয়েকক পৰ্বতীয়া কুঁৱৰী পাতিলে। নিজৰ ভায়েকহঁত আৰু অন্যান্য ডা-ডাঙৰীয়াসকলৰ কথাকো নামানি ৰাজভঁৰালৰপৰা উলিয়াই ৰজাৰ পোছাক পিন্ধি মোগলৰ কটকী তুলিলে। তেওঁ ৰাজমন্ত্ৰী ফুকন হৈ ভাবিলে, যিমান দিন ল’ৰা-ৰজা সিংহাসনত থাকিব, সিমান দিন লালুকেই আহোম ৰাজ্যৰ আচল স্বৰ্গদেউ হৈ থাকিব। গতিকে সিংহাসনৰ উপযোগী যিমানবিলাক ৰাজকোঁৱৰ আছে মানে আৰু তেওঁৰ মতৰ লগত মত নিমিলা যিমান ডা-ডাঙৰীয়া, বা-বিষয়া আছে সকলকে হত্যা কৰি, ঘুণীয়া কৰি, নামৰূপলৈ খেদি নিষ্কণ্টক হ’ল। কিন্তু তুংখুঙীয়া ফৈদৰ গদাপাণিক ধৰিব নোৱাৰিলে। তিপাম আৰু চাৰিং ৰজা হৈ গদাপাণিয়েই

সেইসময়ত ন্যায়সঙ্গতভাবে সিংহাসনৰ অধিকাৰী আছিল। এই সময়ছোৱাকে বহুত বুৰঞ্জী-লিখকে—"উদয়াদিত্য ৰজাৰেপৰা স্বৰ্গদেউ পাত্ৰৰ অধীন হ'ল" বুলি মন্তব্য কৰিছে। বুৰঞ্জীত আছে, "সেইবেলা বৰফুকনে (লালুক) মহাৰজাত জনাই বাঁহগড়ীয়া দুই ভাই-ককায়েকক কলিয়াবৰত মৰালে। তাত পাছে ৰজাৰ কোঁৱৰ যিথিনি পায় মানে মৰালে। বুঢ়াৰজা (গদাপাণি) বিচাৰি নাপায় ঘৰিণীয়েকক পাই শাস্তিতে মাৰিলে দক্ষিণপৰীয়া হাজৰিকা গিদাগাঠিএ।" (তুংখুং বুং পৃঃ ৪৬) গদাপাণিক বিনাশ কৰিবলৈ গৈয়েই জয়মতীৰ ঘটনাৰ আৰম্ভ হ'ল আৰু অসম বুৰঞ্জীৰো গতি পৰিবৰ্তন হ'ল। লালুকৰ নিজৰ লগুৱাই শোৱা খাটতে তেওঁক খুচি মাৰিলে।

সেই সময়ছোৱাত বিষয়াসকলৰ বাহিৰেও ধৰ্মৰ গুৰি ধৰোঁতো কেবাগৰাকীও ধৰ্মগুৰুৱে ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। "The religious leaders exercised considerable influences upon the secular affairs of the country." (XXII Tungkhungia Buranji) এইসকলৰ ভিতৰত দক্ষিণপাটৰ সত্ৰাধিকাৰৰ বহুত কথা বুৰঞ্জীসমূহত পোৱা যায়। "আৰু যেতিয়া কলিয়াবৰত ফুকনবোৰে ৰজা (গদাপাণিক) পাতিলে, এই কথা শুনি ফুকনবোৰতকৈ ৰজা গুচাবৰ নিমিত্তে কলাবাৰীৰপৰা (দক্ষিণ-পাটৰ গোসাঁই) নাৱে লুইতে ভটিয়াই গৈছে।" (তুংখুং বুঃ পৃঃ ২৬) পুনৰ "কলাবাৰীত দক্ষিণপটীয়া চোট বনমালী সত্ৰত থাকিল। তাএো সন্মতি দিলে লানমাখৰ চেটিয়াৰ নাতি বন্দৰ বৰফুকনক বুজাবৰ কাৰণে। তাএিও কথা ভাবষা নিদিলে আপোনাৰ সেৱক চামগুৰীয়া ৺নষ্ট কায় হেন দেখি।" (তুঃ খুঃ বুঃ পৃঃ ১৪)

"শুনিও ফুকন তুমি মোহোৰ সেৱক।
সেহি হেতু এক ভিক্ষা মাগোহো তোমাক ॥ ৫৮
ল'ৰা-ৰজা নাম মাত্ৰ আছে ৰজা হুই।
সৰ্ব্বলোকে আমাকেসে ৰজা বুলি কয়॥

মই গুৰু হওঁ তাৰ তুমিও সেৱক।
সি কাৰণে এহি দক্ষিণাক দিয়া মোক॥" ১৫৯
( অসমৰ পদ্য-বুৰঞ্জী—পৃঃ ২৮ )

"ফোকন তুমি মোৰ শিষ্য আৰু তুমিও জানা ল'ৰা-ৰজা মোৰ শিষ্য। এই হেতুকে প্ৰায় ময়েই ৰজা হৈ আছোঁ। এতেকে তুমি এনে কাম নকৰিবা ; মই তোমাক ৰাজত্ব ভিক্ষা কৰিছোঁ।" ( কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জী, পৃঃ ৫৭ )

স্বৰ্গদেউ গদাধৰ সিংহই নিজেও ধৰ্মগুৰুসকলৰ ৰাজক্ষমতাৰ সম্পৰ্কে ৰজা হোৱাৰ আগতে বহুত কথা জানিছিল। স্বৰ্গদেৱে কলাবাৰীত ছোট বনমালী সত্ৰত থাকোঁতে দেখিলে—"তাত থাকিতে সমস্ত দেখিলে ভকতৰ ঐশ্বৰ্য, ফুকন, ৰাজখোৱা, হাজৰিকীয়া, শইকীয়া, বৰা পৰ্য্যন্তে ভকতৰপৰা হৈ যায়। সোণাৰী, কমাৰী, বহু বৃত্তিয়াল আছে। সমস্ত ৰাজ অলঙ্কাৰ আছে—একল কেকোঁৰা দোলা, হাতী দুই মাত্ৰ নাই। এবং ক্ৰমে আউনীআটী প্ৰমুখে সমস্ত সত্ৰতে বুজিলে।"—( তুঃ খুঃ বুঃ, পৃঃ ১৪ ) এই বিষয়াবিলাকৰ ভিতৰত ডেবেৰা বন্দৰ বৰফুকন, স্বৰ্গদেউ চুলিকৃফা, লালুকসোলা বৰফুকন, ভায়েকহঁত, গিদাগাঠী, দক্ষিণপটীয়া, ৰতনপুৰীয়া মোহন ডেকা, তাদুবাদু নেওগ, মই ফুকন, চেটিয়া ফুকনক ধৰি প্ৰায় সকলো-বিলাকেই দক্ষিণপাটৰ সেৱক বা তাৰ বিষয়ৰ দায়িত্বত থকা মানুহ। ডেবেৰা আৰু লালুকসোলাই এই মানুহবিলাকৰ হতুৱাই অমানুষিক যতমানে হয়—সকলো কাম কৰিছিল। ইয়াৰ উপৰিও এক গকুল-পুৰীয়া ব্ৰহ্মচাৰী, মকাজানৰ মহন্ত, গজলাৰ অধিকাৰ, ঘৰামৰাৰ মহন্ত, কাটনিপাৰৰ মহন্ত, কাত্যায়ন ভট্টাচাৰ্যকে ধৰি বহুতো ঠাকুৰীয়া সত্ৰাধিকাৰে আওপকীয়াকৈ হলেও ৰাজনীতিত নামিছিল। স্বৰ্গদেউ গদাধৰ সিংহই সিংহাসনত উঠিয়েই সকলোবিলাক অত্যাচাৰী বিষয়া আৰু ৰজা ভঙ্গা-পতাত অংশ গ্ৰহণ কৰা সত্ৰাধিকাৰসকলক শাস্তি বিহিছিল।

এইসকলৰ বাহিৰেও অসমীয়া তিৰোতাসকলে আৱন্তৰেপৰা ৰাজনীতিত সক্ৰিয় বা পৰোক্ষ ভাৱে অংশ গ্ৰহণ কৰিছিল। বুৰঞ্জীৰ গৰ্ভত ত্যাওখামটি স্বৰ্গদেৱৰ বৰকুঁৱৰী, ফুলেশ্বৰী কুঁৱৰী, অম্বিকা আৰু সৰ্বেশ্বৰী কুঁৱৰী, কুৰঙ্গনয়নী, চন্দ্ৰকান্ত সিংহৰ ৰাজমাওদেউ আদি ৰাণীসকলে, মূলা-গাভৰু, চাওচিং কুঁৱৰী, নাংবক্লা গাভৰু, সোণাৰী কুঁৱৰী আদিৰ কথা আছে। তাৰ উপৰি ডেবেৰা বৰবৰুৱাই চুহুঙ্গক ৰজা পাতি মৰঙ্গি বৰবৰুৱাৰ জী আইকুঁৱৰীক নতুন ৰজাক ৰাজ্য পৰিচালনাৰ সম্পৰ্কে শিকাবলৈ দিছিল। ষড়যন্ত্ৰত সেই সময়ত লিপ্ত কেবাগৰাকীও কুঁৱৰী আৰু কাৰেঙৰ লিগিৰী আছিল। লাহৰী আইদেউৱে বৃটিছৰ হাতত, প্ৰথম বৃটিছৰ বিৰুদ্ধে হোৱা অসমীয়া বিদ্ৰোহত প্ৰাণ এৰে। তাৰ ভিতৰত কুহুমী আইকুঁৱৰী, চুহুং ৰজাৰ আইকুঁৱৰী, ৰজা-শহুৰৰ জী আইকুঁৱৰীকে ধৰি ভালেমান ৰাজমাও আৰু স্বৰ্গদেৱৰ কুঁৱৰীয়ে শাস্তিতে প্ৰাণ হেৰুৱাইছিল। সাধাৰণ তিৰোতাৰ মাজতো ৰাজনীতি জ্ঞানৰ বিষয়ে সন্দেহ পোৱা যায়। স্বৰ্গদেউ জয়ধ্বজ সিংহক দিয়া পোহাৰীৰ উপদেশ, প্ৰতাপসিংহৰ দিনত ভৰলীত মোগলৰ সৈতে হোৱা ৰণত গাঁৱৰ তিৰোতাবিলাকে বাঁহৰ টোকোনে কোবাই আৰু খেৰত জুই দি মোগল সৈন্যক মৰাৰ কথা আছে। গতিকে সেই সময়তে সিংহাসনৰ প্ৰকৃত দাবী থকা এজন চাৰিং আৰু তিপাম ৰজাৰ তিৰোতা হৈ জয়মতীৰ চৰিত্ৰত একোটো পাবলৈ নাই বোলাটো গবেষণাৰ দোষ বুলিব পাৰি। যেতিয়া গদাপাণিয়ে ল'ৰা-তিৰোতা এৰি পলাবলৈ প্ৰথমতে অমান্তি হৈছিল আৰু যেতিয়া ৰজাৰ চৰে তেওঁক ধৰো ধৰো হৈছিল, তেতিয়া জয়মতীয়ে কৈছিল, "দেশৰ ভগা অৱস্থা বাতিবৰ তুমি অবিহন হলে কি গতি হব?" (অসম বুৰঞ্জী, পৃঃ ৫৩)—আকৌ "মঞি সহিতে গলে তুমি ধৰা পৰিবা। এতেকে মই ইয়াতে থাকো। মোৰ যি গতি হয় হব। যদি মই মৰো কি মোক মাৰে, তুমি আৰু দহজনী স্ত্ৰী বিবাহ কৰিব পাৰিবা। তুমি বিহীন হলে আৰু ক'ত হ'ব?"

( কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জী, পৃঃ ৫৪ ) এই দুফাকি বচনতো যদি কোনোবাই জয়মতীৰ স্বামীৰ প্ৰাণ ৰক্ষা কৰাৰ আৰু দেশৰ ভবিষ্যত মঙ্গলৰ কথা ভবাৰ কোনো আভাস নাপায় তেন্তে ইয়াত কৰলৈ একো নাথাকে। বহুতে নিজৰ মত সাব্যস্ত কৰিবলৈ বুৰঞ্জীৰ কথাকো দলিয়াই পেলাবলৈ চেলু বিচাৰে।

## গদাধৰ সিংহ

গড়গঁঞা ৰজাৰ নাতিয়েক তুংখুঙ্গীয়া গোবৰ গোহাঁইক ১৫৯৬ শকত ডেবেৰা বৰবৰুৱাই ৰজা পাতে। মাত্ৰ কুৰি দিন মান নাম-মাত্ৰ ৰাজভোগ কৰিলে। এই গোবৰ ৰজাৰে চাৰিজন পুত্ৰৰ ভিতৰত গদাপাণি সৰুজনা ( পদ্মপাণি, চক্ৰপাণি, মদন আৰু গদাপাণি )। কোনো কোনো বুৰঞ্জীৰ মতে গোবৰৰ মাত্ৰ দুজনাহে কোঁৱৰ আছিল। গোবৰ ৰজা হোৱাৰ আগতে গদাপাণিৰ লগত জয়মতীৰ চকলং বিবাহ হৈ যায়। সিংহাসনত উঠাৰ সময়ত গদাপাণিৰ এক প্ৰকাৰ বৃদ্ধ অৱস্থাই হৈছিল। এওঁলোকৰ ঘৰ আছিল তুংখাঙত। এতিয়াৰ চৰাইদেউৰপৰা ৰহদৈ পৰ্যন্তে থকা ( অঞ্চল ) খনকে সেই সময়ত তুংখাঙ্গ বুলিছিল। গদাপাণিৰ ঘৰ ডিব্ৰুগড় মহকুমাৰ টিংখাঙ্গত নাছিল। গদাপাণি ৰজা হোৱাৰ আগতে এবাৰ চাৰিং ৰজা আৰু এবাৰ তিপাম ৰজা হৈছিল।

"After the murder of Sudaipha, Parbotia Raja and accession of Lora Raja, Godapani was a Charing Raja which he resigned as a protest against the supercession of his claim." (XVII, T. K. Buranji) পুনৰ "During Godapani's stay at Kaliabor waiting for acceptance as Swargadeo he was first made Tipam Raja." ( XVII, T. K. Buranji ) সেই সময়ত চাৰিং, তিপাম আৰু নামৰূপত পতা কোঁৱৰসকলৰ ৰজা উপাধি আছিল। এই কোঁৱৰসকলৰ মূল পৰিয়াৰ গৰাকীক কুঁৱৰী বুলি সম্বোধন ধৰা

হৈছিল ; অথচ গাভৰুও বোলা হৈছিল। গতিকে জয়মতীক কুঁৱৰী আৰু গাভৰু উভয় সম্বোধনেৰে কব পাৰি। কিন্তু এইটো খাটাং যে গদাপাণিয়ে সিংহাসন লাভ কৰাৰ আগতে জয়মতীৰ বিয়োগ হৈছিল। স্বৰ্গদেউ গদাধৰ সিংহৰ ভালেমান কুঁৱৰী আছিল। তাৰ ভিতৰতে নগাৰাজ্যৰো কেবাগৰাকীও কুঁৱৰী হৈছিল।

## লাইথেপেনা বৰগোহাঞি

চাওকান (বানৰুকৰ) পাঁচ পুৰুষৰ পাছত লাইথেপেনাৰ মাতুৰিত জন্ম হয়। "তাতে ফুকনবোৰে জপং বৰগোহাঁইক ভাঙ্গি সলাল বৰগোহাঁইক লাইথেপেনাৰ বৰগোহাঁই পাতিলে।" (শৰৎ দত্তৰ দ্বাৰা সম্পাদিত অং বুঃ, পৃঃ ৫৩) কোনোৱে লাইথেপেনা শব্দটো ফৈদৰ নাম আৰু লাইথেপেনাৰ জীয়েকক গদাধৰ সিংহই বিবাহঁ কৰোৱা নাই বুলি কয়। লাইথেপেনাক প্ৰথমতে সলাত বিষয় খাবলৈ দি সলাল গোহাঁই বিষয় দিছিল। এই ৰজাদেৱেই উজনি খণ্ডৰ সলাল পাট নামে দেশ নিৰ্বন্ধ কৰি বৰগোহাঞি পচৰীয়া মাতুৰিয়াল ফৈদৰ লেচাইদাং বৰগোহাঞিক সলাল গোহাঁই পাতিলে।" (অঃ বুঃ, ৩০ পৃঃ) তদুপৰি "মাতুৰিয়াল লাইথেপেনা বৰগোহাঁই, কুৰৈগঞা দৰব ধৰা বুঢ়াগোহাঁই, কেন্দুগুৰীয়া কনচেঙ্গ বৰপাত্ৰগোহাঁই এই তিনিজনক ডাঙ্গৰীয়া বোলে।" "(শঃ দঃ অঃ বুঃ পৃঃ ১১৯) "আত পাছে মাতুৰিয়াল লাইথেপেনা বৰগোহাঞিৰ পুতেক ভগাজনা সলাল বৰগোহাঞিৰ জীয়েক···" (তুঃ খুঃ বুঃ ৩৯) "আৰু শেনক ভাঙ্গি মাতুৰিয়াল লাইথেপেনাক বৰগোহাঁই পাতিলে।" (হৰকান্ত সঃ বুঃ পৃঃ ৫২) "লাইথেপেনা সলাল গোহাঁইক বৰগোহাঁই পাতি ৰজালৈ জনাই পথালে।" (সঃ সঃ অঃ বুঃ), "আৰু দীঘলা বুঢ়াগোহাঁইক মাৰি ৰাজমন্ত্ৰী লাইথেপেনাক পাতিলে।" (অঃ বুঃ) গদাধৰ সিংহৰ মৃত্যুৰ সময়ত সকলোকে মতাই আনি —"আৰু লাইথেপেনা বৰগোহাঁইক দুই গোহাঁইদেৱৰ হৈ বুলিলে,

আপোনাৰ হৈ বহুত বুলিলে। সুদা মানুহৰ সহুৰ হলে বুপা তেওঁ মোৰ সহুৰ।" [ সাঁচিপতীয়া অপ্ৰকাশিত বুৰঞ্জী, ৩৪ পাতত ] জয়মতীৰ গীতত আছে—

"লাইথেপেনা বৰগোহাঁই দেউতা হৈছিল,
মাতুৰি চহৰত ঘৰ।"

গতিকে অতবিলাক বুৰঞ্জীৰ কথা দেই লাইথেপেনাটোক ফৈদ বুলিব নোৱাৰি। বিশেষকৈ বংশাৱলীৰ মূল্য আৰু বেছি। তেওঁৰ মাতুৰিত ঘৰ কাৰণে মাতুৰিয়াল ফৈদ বুলিব পাৰি আৰু তেওঁৰে জীয়েকক গদাপাণিলৈ দিছিল।

## জয়মতী নাম, কাৰ জীয়াৰী—কি কথা

অসম বুৰঞ্জীত চুকাফাৰপৰা পুৰন্দৰ সিংহলৈকে যিমান কিজন স্বৰ্গদেৱে সিংহাসনত বহিছিল, সকলোবিলাকৰে স্ত্ৰী বা কুঁৱৰীসকলৰ নাম বুৰঞ্জীত নাই। স্বৰ্গদেউসকলৰ কেবা গৰাকীকৈ কুঁৱৰী আছিল। বুৰঞ্জীত মাত্ৰ পোৱা যায় বৰ আইকুঁৱৰীদেও, বৰজনা কুঁৱৰী, পৰ্বতীয়া কুঁৱৰী, চমুৱা কুঁৱৰী ইত্যাদি নামেৰেহে। অতি কম সংখ্যক বৰজনা কুঁৱৰীৰ নামহে পোৱা যায়, যেনে—শিৱসিংহ স্বৰ্গদেৱৰ কুঁৱৰী, ফুলেশ্বৰী, অম্বিকা, সৰ্বেশ্বৰী। আনকি আহোম ৰাজত্ব কালৰ প্ৰখ্যাত স্বৰ্গদেউ প্ৰতাপসিংহ, চুহুংমুং-দিহিঙীয়া ৰজা জয়ধ্বজসিংহ, ৰুদ্ৰসিংহ আদি স্বৰ্গদেউসকলৰো কুঁৱৰীসকলৰ নাম সকলো বুৰঞ্জীতে পোৱা নাযায়। অৱশ্যে এইবিলাকৰ নাম বংশাৱলী, চৰিতপুথি বা অন্য কোনো কোনো লিখিত বিৱৰণীত পোৱা হয়। পাছৰ সকল স্বৰ্গদেৱৰ কুঁৱৰীসকলৰ কিছুৰ নাম অৱশ্যে পোৱা হৈছে। তেনেকৈ গদাধৰ সিংহৰ কুঁৱৰীৰ নাম বুৰঞ্জীত নোপোৱাটো অস্বাভাৱিক কথা নহয়। লাইথেপেনা বৰগোহাঁইৰ বংশাৱলীত তেখেতৰ ১১ গৰাকী ভাৰ্যা, ১৩ গৰাকী জীয়াৰী আৰু ২৪ জন পুত্ৰৰ নাম আছে। তাৰ উপৰি বুৰঞ্জীৰ ভিত্তি কৰি লিখা জয়মতীৰ গীতত জয়মতীৰ নাম পোৱা যায়।

বংশাৱলীত বিজয়মতী, জয়মতী, জয়তৰা, জয়কান্তি, জয়প্ৰভা, জয়দা, হীৰাৱতী, শুক্লমতী, অঞ্জনা, চন্দ্ৰপ্ৰভা, বস্নপ্ৰভা আৰু জয়েশ্বৰী আদি জীয়াৰীৰ নাম আছে।

জয়মতী গীতত আছে (কৃপানাথ ফুকনৰপৰা ৺উমানাথ গোহাঁইদেৱে গোটোৱা)

"জয়মতী, বিজয়মতী, জয়প্ৰভা, জয়কান্তি
জয়তৰা, সমে অঞ্জনা,
জয়প্ৰভা, জয়দা, বস্নপ্ৰভা আইদেউ
সমে ভৈলো ৯ জনা,
চেংমতী, হীৰামতী, শুক্লমতী আইদেউ
মোৰ দেহৰ লাৰু ঘাই।"

পুনৰ গীতত আছে—

"লেচাই বুঢ়াগোহাঁইৰ জীয়েক মোৰ আইতা
চন্দ্ৰদাৰু সুন্দৰী বৰ,
লাইথেপেনা বৰগোহাঁই দেউতা হৈছিল
মাছুৰি চহৰত ঘৰ।
* * *
মাছুৰি চহৰত ডাঙৰ হৈ আছিলো
বৰগোহাঁইৰ হৈছিলো জী
গদাপাণি কোঁৱৰে নিয়ে তিংখাঙ্গলৈ
চকলং বিয়াকৈ দি।"

ওপৰৰ গীত আৰু বংশাৱলীৰপৰা গদাপাণিয়ে, লাইথেপেনা বৰগোহাঁইৰ জীয়েক জয়মতীক বিবাহ কৰাৰ কথা সম্পূৰ্ণকৈ আছে। ই নিশ্চয় বিশ্বাসযোগ্য। পুনৰ ১৭৩২ শকত লিখা সাঁচিপতীয়া (অপ্ৰকাশিত) বুৰঞ্জী এখনিৰ ৩৫ পাতত আছে, "আৰু লাইথেপেনা বৰগোহাঁইক দুই গোহাঁইদেৱৰ (লাই, লেচাই) হৈ বুলিলে, আপোনাৰ হৈ বহুত বুলিলে, সুদা মানুহৰ সগুৰ হলে বুপা তেওঁ

মোৰ সম্ভৱ। যেনে প্ৰকাৰে মোৰ সদ্‌গতি হয় তেনে কৰিবা আৰু নাতিয়েৰে যেনে প্ৰকাৰে ৰাজখান ধৰিব পাৰিব বৰবৰুৱাৰে যুক্তি হৈ তেনেখান কৰিবা।"—স্বৰ্গদেউ গদাধৰ সিংহৰ ভালেমান কুঁৱৰী আছিল। কিন্তু বুৰঞ্জীত মাত্ৰ কোঁৱৰ দুজনাৰহে উল্লেখ পোৱা যায়।

কোনোৰ মতে জয়মতী আদাবৰীয়া সন্দিকৈৰ ঘৰৰ জীয়াৰী। আদাবৰীয়া সন্দিকৈৰ বংশাৱলী মতে প্ৰথমজনা পুৰুষ হ'ল থাওম্যাং, তাৰ পাছৰ পুৰুষক্ৰমে থ্যাওতিংমিক (টংচু বৰবৰুৱা), নগৰীয়া বৰুৱা, পদ্মনাভ ঢুলীয়াবৰুৱা আৰু চাৰি পুৰুষৰ পাছত তেখেতৰে জয়মতী কন্যা, নাৰায়ণ বৰফুকন, নৰোত্তম পুত্ৰ আছিল। কিন্তু লাইথেপেনাৰ বংশাৱলীৰ মতে থাওমুং কানঙনৰপৰা ১১ পুৰুষৰ পাছত, আৰু চাওকান বানৰুকৰপৰা ৬ পুৰুষ পাছত জয়মতীৰ জন্ম হয়। গতিকে সময় ৰেখাৰ ফালৰপৰা আৰু বুৰঞ্জীৰ ঘটনা সমূহৰপৰা জয়মতী (গদাধৰৰ স্ত্ৰী) সন্দিকৈ ফৈদৰ হব নালাগে।

কোনোৱে জয়মতীক ভাজনীগাঁৱৰ জীয়াৰী বুলি কয়। কিন্তু বুৰঞ্জীত তাৰ প্ৰমাণ নাই।

## জয়মতীৰ শাস্তি সম্পৰ্কে

অসম বুৰঞ্জীতহে নালাগে, ভাৰতৰ আৰু অন্যান্য দেশৰ নানা ৰাজনৈতিক, ধৰ্মীয় আদি কাৰণত একোগৰাকী সাহিয়াল তিৰোতাক শাস্তি দি বধ কৰাৰ কথা আছে। অসম বুৰঞ্জীত সেই অৰাজক কালছোৱাত কেবা গৰাকীও বৰকুঁৱৰীক প্ৰাণদণ্ড দিয়া হৈছিল। কেউগৰাকীকে ৰাজনৈতিক কাৰণত—তাৰ লগত জয়মতী কুঁৱৰীও। সেই সময়ৰ স্বৰ্গদেউৰ চৰৰ মতে তেওঁলোক বিদ্ৰোহী বা সিংহাসনৰ কণ্টক। ধৰ্মত বা ন্যায়ত নহয় যদিও ধৰি লৈছিল কোনোবা এটা উদ্দেশ্যকে লৈ। বুৰঞ্জীত গদাপাণিৰ কুঁৱৰীক শাস্তি দি মৰাৰ কথা পোৱা যায়। জয়মতীয়ে স্বামী গদাধৰ সিংহক আহোম সিংহাসনত

উঠা দেখিবলৈ নাপালে। "পূৰ্ব্বে বুঢ়াফুকনৰ ভয়ত তুইজনা গোহাঁইক নগা চাঙত থৈছিল, গৰ্ভ সহিতে আইকুঁৱৰীদেৱ শাস্তিতে মৰিলে।" ( তুঃ খুঃ বুঃ ১৪ পৃঃ )

পুনঃ—"সেইবেলা বৰফুকনে মহাৰাজাত জনাই বাঁহগড়ীয়া গোহাঁইৰ তুই ভায়েকক কলিয়াবৰত মৰালে। তাৰ পাচে ৰজাৰ কোঁৱৰ যিখিনি পায় মানে বিচাৰি মাৰিলে। বুঢ়াৰজাক ( গদাধৰক ) বিচাৰি নাপাই ঘৰিণীয়েকক পাই শাস্তিতে মাৰিলে দক্ষিণপটীয়া হাজৰিকা গিদাগাঠিএ।" ( তুঃ খুঃ বুঃ ১৪পৃঃ—৪৬পৃঃ )

"দূতে নৃপতিৰ আগে কহিলেক যাই,
কত শাস্তি কৰিবোহো গাৰ মাংস নাই॥ ৮৪
প্ৰাণ মাত্ৰ আছে তভো নেদেখায় স্বামীক
নৰপতি কহিলেক মাৰি পেলায়োক॥"

"এহি বুলি স্বামীকেসে কৰিলা ধিয়াণ।
গলে চেপিলেক তুতে মৰি গৈলা প্ৰাণ॥
ৰাখিলা স্বামীক আপুনাৰ দিয়া জান।
সেহি হেতু মৰিয়া স্বৰ্গত ভৈলা থান॥

( তুতিৰাম হাজৰিকাৰ অসমৰ পদ্য-বুৰঞ্জী )

জয়মতীৰ লগত জীয়েক এগৰাকীৰো শাস্তিত প্ৰাণ যোৱাৰ কথা আছে। কোনোৰ মতে গৰ্ভ অৱস্থাতে জয়মতীৰ মৃত্যু ঘটে।

এখন পুৰণি সাঁচিপতীয়া ১২০খনীয়া পাতৰ বুৰঞ্জীত এনেদৰে আছে—"শাস্তি কৰোৱা ঠাই ৰজাৰ বাহৰৰ নিকটতে; জেৰেঙ্গা পথাৰত। তাতে কুটকুৰী গছত বান্ধি ৰাখি শাস্তি দিলে অনেক প্ৰকাৰে। পাছে এক পক্ষত শাস্তি ভুঞ্জি কুঁৱৰী মৰিল। শঁক ১৬০১ চ'ত মাহ ১৩ দিন গুৰুবাৰে। এইদৰে লাঙ্গি গদাপাণিক নাপাই কুঁৱৰীক মাৰিলে।"

অন্য এখন অপ্ৰকাশিত সাঁচিপতীয়া বুৰঞ্জীৰ ২৬ পাতত আছে— "গদাধৰ সিংহ ৰজাদেৱে চেতিয়া ফুকনক ধৰিলত বোলে মোৰ

তিৰোতাকে শাস্তিকৈ মাৰিছে। এই বুলি মই ফুকনক দিখৌমুখিয়াৰ ৰাজখোৱাৰপৰা আনি কুঠাৰেৰে বুকুফালি মাৰিলে।" এই মই ফুকন আৰু গিদাগাঠি তুয়ো দক্ষিণপটীয়া আৰু ভায়েক ককায়েক। ওপৰৰ উল্লেখমতে ল'ৰা-ৰজাৰ নগৰ আছিল মেটেকাত। লেচাঙত ল'ৰা-ৰজা ৫ মাহ আছিল ; তাৰপৰা মেটেকালৈ আহে। মেটেকা নগৰতে ল'ৰা-ৰজাই ৰিকৃভান উৎসৱ পাতে। ( গোপালচন্দ্ৰ বৰুৱাৰ ইংৰাজী আহোম বুৰঞ্জীৰ ভাঙনি, ২৫৮-৫৯ পৃঃ ) পুনৰ "আৰু মেটেকাৰ আলি কেঁকুৰিত ( এতিয়াৰ হাতীকোখত ) ৰজাদেৱৰ বাহৰ সজাই দি সোলা ফুকন আপোনাৰ পূৰ্ব্ব নিৰ্ব্বাহ ঘৰতে থাকিল।" ( সাঃ সঃ অঃ বুঃ পৃঃ ১০৯ ) "সৰুটি ৰজাই নগৰ ললে মেটেকাত" ( সাঃ সঃ অঃ পৃঃ ১৪৭ )। এনে ধৰণে ল'ৰা-ৰজাৰ নগৰ মেটেকাত থকাৰ কথা কেবাখনো বুৰঞ্জীত আছে। লালুকসোলা বৰফুকন থকা ঠাই এতিয়াও বৰফুকনৰ বাৰী বুলি জনাজাত। তুৱৰণী আলি, ধাই আলি আৰু ন' আলিৰ মাজৰ ঠাইখনেই বৰফুকনৰ বাৰী। আৰু ধাই আলিৰ ( হাতীকোখৰ ) পশ্চিমে থকা মাটিৰ ঢাপ খাৰৈ মৰা আহল-বহল ঠাইখণ্ড ল'ৰা-ৰজাৰ নগৰ। ইয়াত ঘৰৰ ভেটি, পুখুৰী আদিৰ চিহ্ন আছে। এই গড়ৰ ভিতৰত থকা ঠাইখণ্ড হাতী ৰখাৰ ঠাই হব নোৱাৰে। হাতীকোষ, হাতীগড়, হাতীৰখনা আদি ঠাইবিলাক এনে ধৰণৰ নহয়। সেই ঠাইৰপৰা জেৰেঙালৈ পোনাই ১ মাইল ১½ মাইল বেছি নহব। লালুকসোলা আৰু ল'ৰা-ৰজাৰ সময়ত হোৱা সকলো ঘটনাৰ আলোচনাৰ স্থান এইখনেই আছিল। 'জেৰেঙাত মেলা' বোলা কথা এটা আছে—তাৰ মানে ৰাজদণ্ড দিব লাগিলে প্ৰায়েই ইয়াতে দিয়া হয়।

স্বৰ্গদেউ পুৰন্দৰ সিংহৰ আজ্ঞাৰে কাশীনাথ শৰ্মা তামুলীফুকনৰ দ্বাৰা ৰচিত আৰু হৰকান্ত শৰ্মা বৰুৱা সদৰামিনৰ দ্বাৰা পৰিবৰ্দ্ধিত সংস্কৰণ অসম বুৰঞ্জীৰ ৫৩ পৃঃপৰা ৫৫ পৃঃলৈকে জয়মতী আৰু গদাপাণিৰ পলায়ন, কুঁৱৰীৰ পতিপ্ৰেম, সতীৰ শাস্তি, কুঁৱৰীৰ হত্যা

আদিৰ বিষয়ে বৰ্ণোৱা আছে। এই বুৰঞ্জীখনি নানা বুৰঞ্জী গোটাই লৈ, গবেষণা কৰি আৰু নানা পুৰণা কাকত-পত্ৰ সংগ্ৰহ কৰি স্বৰ্গদেউ পুৰন্দৰ সিংহ আৰু তেওঁৰ বিষয়া ৰাধানাথ বৰবৰুৱাৰ তদাৰকত লিখা হৈছিল। "নানা বুৰঞ্জীৰ সাৰমৰ্ম্ম লৈ লিখাৰ নিমিত্তে ইয়াত ভুল-ভ্ৰান্তিৰ পৰিমাণ পাৰ্য্যমানে কম।" ( প্ৰকাশকৰ পাতনিৰ প্ৰথম পাত ) তাৰপৰা কেইশাৰীমান বাক্য উঠাই দিয়া হৈছে। "এনেতে তুঙ্গখুঙ্গীয়া গোবৰ ৰজাৰ পুত্ৰ লাঙ্গি গদাপাণি অৰ্থাৎ গদাধৰ নামখ্যাত প্ৰধান বাহুবলী কাৰণ, তেওঁক বিচাৰ কৰি ধৰিবৰ আজ্ঞা হোৱাত বৰ ভই পাই পলাই গৈ তেওঁৰ ভাৰ্য্যা গাভৰু সহিতে অটব্য অৰণ্যত সোমাই আছিল।"……৫৩ পৃঃ—"পাৰে দুইজনে শীঘ্ৰে বাহিৰ ওলাই নিশ্চয় জানিলে যে চাৰিওফালৰপৰা মানুহে বেৰি আহিছে। পাচে কোঁৱৰে কয়, 'আমাকে ধৰিবৰ কাৰণেই আহিছে, আহা দুইজনে পলাওঁ।' গাভৰুৱে বোলে, "মঞি সহিতে গলে তুমি ধৰা পৰিবা। এতেকে মই ইয়াতে থাকো। মোৰ যি গতি হয় হব, যদি মই মৰো, কি মোক মাৰে, তুমি আৰু দহজনী বিবাহ কৰিব পাৰিবা। তুমি বিহীন হলে আৰু ক'ত হ'ব।" ১৪৯ ( ৫৪ পৃঃ )

"লোকসকলে গাভৰুক ধৰি কোঁৱৰৰ কথা সোধাত, কলৈ গ'ল মই নাজানো বুলি কোৱাতো পাপিষ্ঠ নিষ্ঠুৰতা ও নিৰ্দ্দয় লোক গাভৰুক ধৰি শাস্তি কৰি বধ কৰিলে।" (৫৪ পৃঃ)

ডাঃ জে, এম, ফষ্টাৰৰ এছিয়াটিক ছচাইটিৰ জাৰ্ণেলত এই কুঁৱৰীৰ শাস্তি আদি কথা সেই সময়ৰ নানা বুৰঞ্জীৰ আৰু লোকৰ সহায়েৰে গোটাই লিখা হৈছিল। আমি নিজে সেই প্ৰবন্ধৰ ভালেমান কথা পঢ়িছিলো। তাত থকা কেইটামান কথা অৱশ্যে মাৰাত্মক ৰূপে ভুল। তেনে ভুল মিঃ জে, পি, ওৱেড চাহাবৰ বুৰঞ্জীতো পোৱা যায়। চাহাবলোকৰ সেইবিলাক কথা জোটাওঁতে বা লিখোতে ভুল হোৱাটো স্বাভাৱিক। কিন্তু সেই বুলিয়েই যে গোটেইখন

বুৰঞ্জী মূল্যহীন হ'ল তাক কব নোৱাৰি। মিঃ ফষ্টাৰে বেঙ্গল এছিয়াটিক ছচাইটিত লেখা প্ৰবন্ধ এটিৰ ভাঙনি দি ভূঞাই লিখিছে, "এখনি পুৰণা অসমীয়া বুৰঞ্জীত এইদৰে আছে—জয়মতী কুঁৱৰীক ল'ৰা-ৰজাই ধৰি লৈ এতিয়া য'ত জয়সাগৰ তাতলৈ নিয়ে আৰু এজোপা ডাঙৰ বৰগছৰ তলত কুঁৱৰীক বেতেৰে কোবাই শাস্তি দি মৰা হ'ল। এতিয়া পুখুৰীৰ সোঁ মাজত থকা খুটিটো যত, সেয়ে শাস্তি দিয়া ঠাই আছিল।"…

## কোনে শাস্তি দিলে?

বহুতে কয়, এগৰাকী সম্ভ্ৰান্ত তিৰোতাক আহোম ৰজাই প্ৰকাশ্যে শাস্তি দিয়া কথাটো হব নোৱাৰে। কোনোৱে কয়, চৈধ্য বছৰীয়া ল'ৰা-ৰজাই জয়মতীক শাস্তি দিয়াটো সম্ভৱপৰ নহয়। জুইয়ে সৰু-বৰ নাবাছে। ৰাজনীতিয়েও ৰাজসিংহাসনৰ বিৰুদ্ধ বুলি সাব্যস্ত হোৱা পুৰুষ, তিৰি, ল'ৰা, ছোৱালী কাকো সুদাই নেৰিছিল। সেই সময়ছোৱাত কেবাগৰাকীও আইকুঁৱৰীদেউ আৰু অসংখ্য বিষয়াৰ প্ৰাণদণ্ড হৈছিল। এই কথা আগতে উল্লেখ কৰা হৈছে। সেই সময়ত "সতী জয়মতীৰ নিৰ্য্যাতন আৰু মৃত্যুৰ মূলতে মোমাই তামুলী বৰবৰুৱাৰ পুত্ৰ আৰু লাচিত বৰফুকনৰ ককায়েক লালুকসোলা বৰফুকনহে। শাস্তি দিওঁতাসকলৰ ভিতৰত প্ৰধান কাৰ্য্যকাৰক আছিল দক্ষিণপটীয়া হাজৰিকা গিদাগাঠি।" (ডঃ সূৰ্যকুমাৰ ভূঞাৰ তুঃ খুঃ বুঃ পাতনি পৃঃ ৪৬) ল'ৰা-ৰজাই নিজ ইচ্ছামতে এই কাম নকৰিলেও ক্ষমতালোভী, অত্যাচাৰী লালুকসোলা, ভায়েক মৰঙ্গি, ভাৰধৰা আৰু গিদাগাঠিকে ধৰি অসংখ্য লোকেই এই নৰহত্যা পৰ্ব আৰম্ভ কৰিছিল। আগতে উল্লেখ কৰা হৈছে যে নামমাত্ৰ ল'ৰা-ৰজাক ৰজা পাতি লালুকেই স্বৰূপতে স্বৰ্গদেউ হৈছিল।

এটি প্ৰশ্ন হব পাৰে যে, অতবিলাক ডা-ডাঙৰীয়া থকা সত্বেও আৰু লাইথেপেনা বৰগোহাঁইৰদৰে এটা শকত পৰিয়াল থকাতো

এই অত্যাচাৰত কোনোপ্ৰকাৰ বাধাদান নহ'ল কিয় ? প্ৰথম কথা হ'ল, সেই সময়ত লাইথেপেনাকে ধৰি, আগৰ বুঢ়াগোহাঁই, বৰপাত্ৰ গোহাঁই স্মাৰু অন্যান্য পুৰণি আৰু উচ্চখাপৰ বিষয়াসকল শৰাইঘাট আৰু কলিয়াবৰত মোগলৰ সন্মুখ হৈ আছিলগৈ। তাৰ উপৰি তেনে বা-বিষয়া, ডাঙৰীয়াসকলক লালুকে হয় তাতে নতুবা ৰজাৰ অজ্ঞাতে ধৰাই আনি হত্যা কৰি নিষ্কণ্টক হৈছিল। স্বনামধন্য বুৰঞ্জীৰ পণ্ডিত ডঃ সূৰ্যকুমাৰ ভূঞাদেৱে তুংখুঙীয়া বুৰঞ্জীৰ পাতনিৰ ৪৬ খৃঃত লিখিছে "তেওঁৰ নিচিনা (বাঁহগড়ীয়া আতন বুঢ়াগোহাঁই) অসমৰ ধাৰা নীতি সম্যক জানোতা মহানুভৱ পুৰুষ ক্ষেত্ৰত উপস্থিত থকা হলে লালুক বুঢ়াফুকনেই হওক বা গিদাগাঠিয়েই হওক, জয়মতী কুঁৱৰীৰ দৰে এগৰাকী সম্ভ্ৰান্ত অবলা তিৰোতাক গৰ্ভসহিতে শাস্তিতে মাৰিব নোৱাৰিলেহেঁতেন।" স্বৰ্গদেউ গদাধৰ সিংহই "সিংহাসনত উঠিয়েই এনে স্বেচ্ছাচাৰী বিষয়াসকল, ধৰ্মৰ নামত ব্যভিচাৰ কৰা লোকক নিৰ্মূল কৰি পতনমুখী ৰাজ্য উদ্ধাৰ কৰি মোগলকো শেষ বাৰৰ কাৰণে ইটাখুলিৰ যুদ্ধত ঘটুৱালে।

জয়মতী কুঁৱৰীয়ে পাছলৈ কোনোবাই সতী বুলি সন্মান কৰিব বুলি, স্বামীৰ কথা নকৈ মৰণক সাৱটি লোৱা নাছিল। এক পক্ষ কাল নানা শাস্তি ভোগ কৰিও মুখেৰে এফো নকৈ সত্যাগ্ৰহী হ'ম বুলি ভৱা নাছিল, নতুবা উপযুক্ত স্বামীৰ প্ৰাণৰক্ষা কৰি অসমৰ ৰাজসিংহাসনত উপযুক্ত এজন কোঁৱৰক বহুৱাবলৈ বুলি তিল-তিলকৈ মৃত্যুবৰণ কৰি শ্বহীদ হ'ম বুলি ভৱা নাছিল। সেইবিলাক প্ৰহসন আজি-কালিহে ধৰ্ম হৈ পৰিছে। জয়মতীৰ মুখৰপৰা গদাপাণিৰ সম্পৰ্কে ঘৃণাক্ষৰেও ইঙ্গিত পোৱা হ'লে অসম বুৰঞ্জীৰ গতি সলনি হৈ গ'লহেঁতেন। হয়তো ১৮বাৰ আক্ৰমণ কৰি বিফল হোৱা মোগল সাম্ৰাজ্যৰ গৰাহত অসম সোমাই গ'লহেঁতেন। গদাপাণিক বচাই নিজৰ প্ৰাণ উছৰ্গা কৰাৰপৰা অসমৰ স্বাধীনতা, —ভাৰতৰ সকলো ৰাজ্য প্ৰথমতে মোগলৰ আৰু পাছত বৃটিছৰ

হাতলৈ যোৱাৰ বহু কালৰ পাছতহে অসম পৰাধীন হয়। বুৰঞ্জী অধ্যয়ন কৰা প্ৰকৃত লোকে ইয়াক সদায়ে স্বীকাৰ কৰি আহিছে। সেই কাৰণেই জয়মতী এগৰাকী মহান নাৰী।

**জয়সাগৰৰ কীৰ্ত্তিচিহ্ন**

জয়মতীৰ স্মৃতি ৰক্ষা সম্পৰ্কে স্বৰ্গদেউ গদাধৰ সিংহই একো নকৰিলে কিয়? আনহাতে পূৰ্বৰ উপকাৰ সুঁৱৰি অনেকৰ নামত কীৰ্তিচিহ্ন কৰিলে। ডঃ ভূঞাদেৱে তেখেতৰ তুংখুঙীয়া বুৰঞ্জীৰ সম্পাদকৰ্ পাতনিৰ শেষৰ ফালে ৪৭ পৃষ্ঠাত লিখিছে—"গদাধৰ সিংহ মহাৰাজে নিজ ভাৰ্য্যা পতিপ্ৰাণা সতী জয়মতীৰ স্মৃতি ৰক্ষা কৰিবৰ কাৰণে কোনো দৌল, পুখুৰী নাসাজিলে কিয় ইয়াৰ উত্তৰ বুৰঞ্জীয়ে দিব নোৱাৰে। জয়সাগৰ আৰু জয়দৌলৰ নিৰ্ম্মাণ কাৰ্য্য গদাধৰ সিংহৰ সূচনাত হৈছিলনে নাইবা সি ৰুদ্ৰসিংহ মহাৰজাৰ মাতৃ-ভক্তিৰ স্মৃতি অঞ্জলি তাকো বুৰঞ্জীয়ে থিৰাংকৈ নাজানে।" আমি আগতে উল্লেখ কৰিছো যে বুৰঞ্জীৰ বহুত কথা ওলাবলৈ বাকী; কাৰণ অসংখ্য বুৰঞ্জী এতিয়াও প্ৰকাশ হোৱা নাই। তাৰ উপৰি বুৰঞ্জীৰ বাহিৰেও অনেক সমলৰপৰা অনেক কথা ওলাবলৈ থল আছে।

পুৰণি আহোম ভাষাৰ ফলি আৰু বুৰঞ্জীত জয়মতীৰ অৰ্থাৎ ৰুদ্ৰসিংহৰ মাকৰ নামতে দ'ল পুখুৰী খনোৱা হৈছে বুলি দেওধাই পণ্ডিতসকলে কৈছে। এইবিলাক প্ৰমাণ তেখেতসকলৰ হাতত আছে।

অসমৰ পদ্য-বুৰঞ্জীৰ ৪৬ পৃঃ আছে—

"প্ৰথমতে তেজিত বান্ধিলা বৰ গড়,
মেটেকাত সজাইলেক ৰংপুৰ নগৰ॥
মাতৃ বহিনীক যৈত কৰি আছে হত।
জয়সাগৰ দ'ল পুখুৰীও তাত॥ ২৮৪

মিঃ ফষ্টাৰে পুখুৰী খনা সম্পৰ্কে লিখিছে, "and according to his father's command memorialized the death of his mother Joymati Koorie by digging the large tank

called Jaisagar and creating three temples in and about the place where she was murdered."—

কাঠসংস্কাৰ কৰা বা মৈদাম কৰা স্থানৰ ওপৰত মঠ-মণ্ডপ কৰাৰ কথা অনেক স্থানত পোৱা যায়। উত্তৰ গুৱাহাটীত স্বৰ্গদেউ ৰুদ্ৰসিংহৰ অন্ত্যেষ্টিক্ৰিয়াৰ স্থানত ৰুদ্ৰেশ্বৰ দেৱালয়, শিৱসিংহ স্বৰ্গদেৱৰ কুঁৱৰী অম্বিকা বা দ্ৰৌপদীৰ মৃত্যু হোৱা স্থানত দ'ল (চিনাতলিত) ন গোসাঁইক কাঠসংস্কাৰ কৰাৰ ওপৰতে গৌৰীবল্লভ দ'ল ইত্যাদি। চৰাইদেউৰ মৈদামবিলাকৰ ওপৰতো 'সৰক বা সৰগ'দেৱৰ একোটি সৰু পকী দ'লৰ চিন এতিয়াও আছে। তুংখুঙীয়া বুৰঞ্জীৰ ২৯ পৃঃত আছে— "১৬১৯ শকত আঘ্ৰায়ণত ৰংপুৰত ৭৫ দিনে পুখুৰী খানিলে, ফাগুনত উচৰ্গিলে, সকলো মহাজনসকলক আনি নাম থলে জয়সাগৰ।" চাংৰুঙ ফুকনৰ বুৰঞ্জীত আছে—"১৬১৯ শকৰ আঘোণৰ তিনিদিন যোৱাত শুকবাৰে জয়সাগৰ পুখুৰী আৰম্ভ।"—১৯ পৃঃ

স্বৰ্গদেউ ৰুদ্ৰসিংহই "কছাৰী ৰণলৈ গমন মাস ৯ শক ১৬২৮" —"ৰুদ্ৰসিংহ ৰাজা চাৰিজনা গোহাঁইক মুক্ষ কৰি ফুকনবোৰক সহিতে জয়ন্তা ৰণলৈ পথালে মাস ৮ শক ১৬৩১।"—(শ্ৰীদত্তদেৱৰ সম্পাদিত অঃ বুঃ পৃঃ ৬১-৬২) "The King was to lead the expedition in person in November 1714." (Assam Buranji) এতিয়া দেখা গ'ল যে জয়সাগৰ পুখুৰী খানি ১৬১৯ শকতে জয়সাগৰ নাম দিলে (তামৰ ফলি মতে ১৬২২ শক)। তাৰ ১৭ বছৰৰ পাছত বঙ্গজয়ৰ বাবে যাত্ৰা, ১২ বছৰৰ পাছত জয়ন্তীয়াৰ বিৰুদ্ধে যুদ্ধযাত্ৰা আৰু ৯ বছৰৰ পাছত কছাৰী ৰাজ্যৰ বিৰুদ্ধে যুদ্ধযাত্ৰা। ইমান বছৰৰ আগতে নৌ যুদ্ধ হওঁতেই দ'ল পুখুৰীৰ জয়সাগৰ নাম দিয়া কথাটো কাৰো বিশ্বাসযোগ্য নহয়। আৰু এটি পাতনীয়া প্ৰশ্ন আছে যে জয়সাগৰ নামৰ বহুত ঠাই বা পুখুৰী অসমত আৰু অন্যান্য স্থানত আছে, আৰু সেইবিলাকো জয়মতীৰ স্মৃতি ৰক্ষাৰ্থে সজা হৈছিলনে? এইখিনিতে কব পাৰি যে

কোনো এক প্ৰসিদ্ধ স্থানৰ নাম অনুকৰণ কৰি নানা স্থানত সেই নাম ৰখা দেখা যায়। তাৰ প্ৰমাণ অসমতহে নালাগে পৃথিৱীৰ অনেক দেশতে পোৱা যায়। জয়মতী নামেৰে কাশ্মীৰতো এগৰাকী বিখ্যাত ৰাণীয়ে বহুকাল শাসন কৰিছিল। হিটলাৰ নামৰ বহুত মানুহ আছে। আমগুৰি, শলগুৰি, কামাখ্যা ইত্যাদি স্থান আৰু মানুহৰ নাম একে হলেও তাৰ নাম ৰখাৰ তাৎপৰ্য একে নহবও পাৰে।

স্বৰ্গদেউ গদাধৰ সিংহ ইমান সাহসী আৰু বলী হৈও তেওঁৰ কাৰণেই তিলতিলকৈ শাস্তি খাই মৰা ভাৰ্যাৰ কথা জানিও বা দেখিও তাৰ প্ৰতিকাৰ নকৰি অন্যায় মানি ভীৰুৰ দৰে কিয় আছিল? ইয়াৰ উত্তৰ হ'ল যে ৰাজনীতি আৰু প্ৰেমিক-প্ৰেমিকাৰ উপন্যাস একে নহয়। গদাধৰ সিংহই জয়মতীৰ স্মৃতি নিজে নাৰাখি ৰুদ্ৰসিংহক কিয় ৰাখিবলৈ কৈছিল তাৰো উত্তৰ বুৰঞ্জীয়ে দিছে।

বহুত স্বৰ্গদেৱৰ বা কুঁৱৰীৰ কীৰ্তিচিহ্ন পাছৰ পুৰুষেহে কৰিছে। স্বৰ্গদেউ ৰুদ্ৰসিংহৰ ৰুদ্ৰেশ্বৰ দেৱালয় পুত্ৰ প্ৰমত্তসিংহ আৰু ৰুদ্ৰ সাগৰ পুখুৰী আৰু দ'ল আন পুত্ৰ স্বৰ্গদেউ লক্ষ্মীসিংহই কৰিছে। তেনেকৈ অসম বুৰঞ্জীতহে নালাগে ভাৰত বুৰঞ্জীতো বহুত প্ৰমাণ আছে।

ওপৰত উল্লেখ কৰা কথা বা যুক্তিয়েই আমাৰ নিজা নহয় আৰু ইয়াৰপৰা আমাৰ বিশ্বাস হৈছে যে জয়মতীৰ কথাটো প্ৰবাদ-যুক্ত অলৌকিক উপাখ্যান, অবাস্তৱ, কিম্বদন্তী, সাধুকথা, নাল লগোৱা কথা নহয়। জয়মতী সাধুকথাৰো সতী নহয়।

কবি ভানুনন্দন ভট্টাচাৰ্যৰ লেচাৰি ছুলৰীত লিখা জয়মতীৰ আখ্যানত আছে—

"জয়মতী কথা কিন্তু নোহয় পুৰাণ।
নোহয় বিচিত্ৰ কবি কল্পনাৰ গান॥"

এতিয়া দেখা গ'ল যে বহুত দিনৰ আগতে গবেষণা কৰা ৰত্নকান্ত মহন্ত, মিঃ ফষ্টাৰ চাহাব, কৃপানাথ ফুকনৰ জয়মতী সম্পৰ্কে লিখা কথাৰ ফল-ফুল ডাল-পাত বাদ দি হলেও গা-গছডাল সঁচা।

# লৰা ৰজাৰ বুৰঞ্জী

## শ্ৰীলীলা গগৈ

### ৰাজপাট আৰোহণ

চামগুৰিআ লৰা ৰজাৰ কথা আৰম্ভ। লৰা ৰজাক শাকবাৰি নাওশালিৰপৰা আনি প্ৰথমে লেচাওত বাহৰ কৰি থইছিল। তৈৰে-পৰা বৰগোহাঞিৰ বঙ্গহৰ মেটেকাতলিআ খোনাচাউদাঙ্গৰ বৰুৱাকে বৰপাত্ৰ বঙ্গৰ বাঞেঙ্গিআ খামডাঙ্গ চাওৰুকৰ শইকীআকে এই দুইক পঠাই কলিআবৰতে বুঢ়াগোহাঞি মাৰিব দিলে। ইহঁতো গৈ বুঢ়া-গোহাঞিকো তেঞোৰ ভাইপোকো সলাল গোহাঞিৰ বাৰিতে মাৰিলে। শক ১৬০১। আঘনৰ শুক্লা দ্বিতিআৰ দিনা। পুতেক লঙ্গৰ্থাম ডেকাক নামাৰি উজাই পঠালে পাচে ৰজাৰ আজ্ঞাৰে বাহগঢ়াৰ ঘৰতে মৰালে। দিলিহিআল দিঘলা লাঙ্গিক বুঢ়াগোহাঞি পাতিলে। মৌ গোহাঞি ১ সোণাৰীমুআ গোহাঞি ১ দুইকো নামাৰি এড়িলে। আতপৰে মেটেকাৰ আলি কেকুৰিত বাহৰ ললেহি।

দিহিঙ্গিআ কাণ্ডীডেকাক আনি লালুক বৰফুকন পাতি কলি-আবৰলৈ পঠালে। পাচে মহাৰাজাএ অভয়পুৰিআ কমল কটকিক পঠাই বৰপাত্ৰ গোহাঞিকে বৰগোহাঞিকে উজাই আনিব দিলে। কলিআবৰৰপৰা ডাঙ্গৰিয়া দুজনাও আহি ঘৰ পালেহি। শক ১৬০২ বৈশাগ মাসত মেটেকাৰ বাহৰতে দুজনা গোহাঞিএ ৰজাক লিখন কৰিলে। আহমৰ মতে চুলিকফা নাম দিলে। সেই শকৰে জেঠ মাসত লালুক বৰফুকনৰ ঠাইক আজমতৰা ঠাইৰ পঞাদি কাকত লেখি পঠালে।

### আজমতৰাৰ চিঠি

কাকতৰ লেখাও এই। তোমাৰ ৰজাক ধৰি দি পঠাবা। তিনিজনা গোহাঞিকো ধৰি দি পঠাবা। তোমাৰ দোচমন জি হুই

সমস্তে ধৰি দি পঠাবা। তোমাৰ ভাল-মন্দ জি হুই মোৰ ঠাইক লেখি দি পঠাবা। এতেকে তোমাৰ সমস্তে কুশল হ'ব। বিশেষত তোমাক আহাম ৰাজ্যৰ ৰজাও কৰিলোঁ। আৰ তোমাৰ কাক ভয় আছে। এইৰূপে পত্র লেখি উকিল পঠালে।

**ৰাজ সাজত লালুক বৰফুকন**

পাচে বৰফুকনে সেই উকিল তোলোতে ভণ্ডাৰৰপৰা সাতখন চন্দ্রতাপ আনি তাৰ উপৰত তৰিলে। আৰো মহাৰাজা পিন্ধা অলঙ্কাৰ পাতি সকলো পিন্ধালে। এইৰূপে মেটেকাৰ ঘৰতে বৰ-ফুকনে বঙ্গালৰ উকিল তুলিলে।

**লালুক বধ**

পাচে লালুক বৰফুকনৰ মন্দ ইচাসকলে জানিলত ৰহস্যে ৰজাত জনালে বোলে, ৰাজ্যকো ৰাজাকো সবাকো নাশ কৰে। এতেকে স্বর্গদেৱে যি কৰোক। এইকথা শুনি ৰজাএ পত্রৰ কথাও জানি বিসআসকলে আলচি লালুকক মাৰিবলৈ যুক্তি কৰিলে। পাচ মাধ ১ ভেদাই ১ এই দুই ৰজাৰ তামুলি জাতত কলিতা। ইহঁতৰ হতোৱাই ৰাতি খুচাই মাৰিলে লালুকক আসাৰৰ ১০ দিন জাঞোতে। আৰো বৈ বঙ্গহ সেইসময়ত জাক পালে তাকো কাতিলে। বৰবৰুআ মৰঙ্গিক বহাৰ পৰা ধৰি আনিলে। মৰঙ্গিএ সমস্ত বৰুআফুকন ভোৰত শৰণাগত দি পৰিল। সেই নিমিত্তে নামাৰি এড়িলে। সেই-বেলা তিনিওজনা ডাঙ্গৰিআ ইঠাইত নাইকিচিল। জপঙ্গ বৰগোহাঞি মহাৰাজাএ উত্তৰকোললৈ পাচিছিল। কেন্দুগুৰিআ বৰপাত্র গোহাঞি দিলিহৰ ঘৰত আছিল। দিলিহিআল দিঘলা লাঙ্গি বুঢ়াগোহাঞি ৰাইলুঙ্গতে আছিল। এইমতে তিনি ডাঙৰিআ তিনি ঠাইত আছিল।

**নতুন বিষয়া**

পাচে মহাৰাজাএ তিনিওজনা ডাঙ্গৰিয়াক মাতি আনি কথা-বার্ত্তা হুই দিহিঙ্গিআ লাপেত ফুকনৰ পুতেক আলুনক বৰবৰুৱা

পাতিলে। লানমাখুৰ বন্দৰক বৰফুকন পাতিলে, বঙ্গাশঙ্কৰৰ পুত্ৰ মৌপিআক নাওবৈচা ফুকন পাতিলে। পিকচাইৰ নাতিএক হলোক ডেকাফুকন পাতিলে। গড়গঞা সন্দিকাইৰ চেনকক ফুকন পাতিলে, চাৰিঙ্গিআৰ ফুলবৰুৱাৰ খামচেঙ্গক পাণিফুকন পাতিলে। পাচে মহাৰাজাও বৰপাত্ৰ গোহাঞিকে হলোফুকনকে ইহঁত দুইকো লগত ৰাখি আনভোৰক পঠালে কলিআবৰলৈ। বন্দৰ বৰফুকনৰ লগত ভাৰধৰা বৰফুকনক ধৰি আনিবলৈ আৰো বঙ্গাল আহিব নোআৰাকৈ চামধৰা গড় আওতাব দিলে। এইকথা আগে জানি ভাৰধৰাও পলাল। ইভোৰে গৈ ভাৰধৰাক নেপালে। সমস্তে লোক লুইতৰ উত্তৰে দক্ষিণে ৰহিল। ততে ফুকনভোৰে জপঙ্গ গোহাঞিক ভাঙ্গি সলাল বৰগোহাঞি লাইথাপনাক বৰগোহাঞি পাতিলে।

### ঢাকাত ভাৰধৰা

আতপাচে ভাৰধৰাএ পুতেক মাধসৈতে ৰাতি এখনি নাওএড়ে মানুহ কিছু লগত লই গুৱাহাটিৰ বঙ্গালৰ লগ পালেগৈ। মঞ্জুৰখাঁৰ আগত ভাৰধৰাএ বোলে,—"মোৰ ভাই বন্ধু বঙ্গহ পৰিয়াল সবাকো মাৰিলে। এখন মই শৰণাগতক ৰক্ষা কৰা। মোৰ লগত লোক-লচকৰ কিছু নাই। যদি কিছু লোক-লচকৰ দিআ মই আহমক মাৰি দিঞো।" এইকথা শুনি মঞ্জুৰখাঁএ বোলে "পাৎচাজাদাৰ হুকুম নহলে মই নিকি ই-কথা কৰিব পাৰো। ভাল তই পাৎচাজাদাৰ ঠাইত আপুনি আৰ্দ্দিহ কৰ জাই।" এইবুলি ভাৰধৰাক ঢাকালৈ পঠালে। ভাৰধৰাও গৈ ঢাকাত পাৎচাজাদাৰ ঠাইত গলত কাপোৰ ৰান্ধি অনেক প্ৰাৰ্থনা কৰিলে। পাৎচাজাদা শুনি বোলে, "ভালা এখন তই থাক। পৰে জি খান হই বোলা জাব।" এইবুলি ভাৰধৰাকো ৰাখিলে। দিল্লিৰ পাৎচাৰ ঠাই মানুহো পঠালে। আমাৰ ৰাজ্য মাৰিবলৈ সৈন্যৰ নিমিত্তে এইৰূপে কতোদিন ৰহিলত একো সিদ্ধান্ত নাপাই ভাৰধৰা ৰাপেক পুতেক জয়ন্তাএদি পলাই আহি

কলিআবৰ পালেহি। তেতে ফুকনভোৰে ধৰি হুয়ো বাপেক পুতেকক বন্দিকৈ মহাৰাজাৰ ঠাইক উজাই দি পঠালে। শঁক ১৬০২ ভাদ্ৰ মাসত।

**মঞ্জুলখাৰ আক্ৰমণ**

আতপাচে যুদ্ধক মনে বঙ্গাল আহি কলিআবৰ পালেহি। তেতে আমাৰ ফুকনভোৰ সহিত যুদ্ধ হ'ল। বঙ্গাল হাৰিলত আমাৰ ভোৰে খেদি নি ৰঙ্গামাতি পালেগৈ। তাতে বঙ্গালে উভতি ধৰিলে। তৈতো বঙ্গাল হাৰিল। বন্দৰ বৰফুকন গুৱাহাটিতে ৰহিল। এই যুদ্ধৰ পৰাহে ৰঙ্গামাতি পৰ্য্যন্তে আমাৰ হ'ল। বন্দৰ বৰফুকন সেনাপতি এই যুদ্ধৰ। আকে ৰঙ্গামাতিৰ ৰণ বোলিলে। যুদ্ধৰ শঁক ১৬০২ কাতি মাসত।

**বিবিধ কৰ্ম্ম**

আৰো লৰা-ৰজাএ জি কৰিলে তাৰ কথা। পূৰ্বৰ জিভোৰক ৰজা পাতিছিলমানে সেইভোৰৰ ভিতৰৰ মাঝে ৰজাকে মুক্ষ কৰি গোবৰ ৰজাএড়ে পাঞ্চজন ৰজাক ডেবেৰা বৰবৰুআএ আনো বিসআএ বিষপান কৰোআই মাৰিলে। বিষপান ভাতৰ লগত মিখলাই খোআই। এতেকে চাঙ্গমাই এহে পাত্ৰসকলৰ কথাএ ৰজাক খুআই। এইৰূপে ৰজাসকল মাৰিলে। পাছে এইকথা সকলে জনাজনি হলত চামগুৰিআ লৰা ৰজাও প্ৰথমতে ৰজা হবলৈ ভই কৰিছিল পূৰ্বৰ ৰজাসকলৰ অপম্ৰিত্যুৰ কথাক স্মৰি। পাত্ৰভোৰে নেড়িলতহে ৰজা হল। ৰজা হুই মনে গুণি পাত্ৰসকলৰে আলচ কৰি চাকনিচোআ চাঙ্গমাই ললে। সিকালৰে পৰা চাকনিচোআ চাঙ্গমাইৰ নিঅম হল। প্ৰথমতে টামুলি ফৈদিআৰ দাওকি নামৰে এটাক লইচিল। পাচে সি হুই মাস চাকনিচোআ কৰিএ মৰিল। ৰাজ্যৰ মহাৰাজা তেঞোৰ ভুজনৰ দ্ৰব্য সামান্য মনুস্যে ভুঞ্জিলে মহাৰাজাৰ ভোজনৰ অগ্ৰে। সেই নিমিত্তে হে সি মৰিল। পাচে ৰজাএ শুনি বোলে "চোআলি বিয়া নকৰোতেই মৰিল। আগলৈকো

ইয়াৰ নাম নেথাকিল।" এইকথা শুনি দাওকিৰ নাম থাকিবলৈ বুলি দাওকি নামে আলি কৰালে।

### জয়মতী কুঁৱৰী

এঞো ৰজাএ আৰো জি কৰ্ম কৰিলে তাৰ কথা কএঞো। এইজনা ৰজাদেৱে ৰাজ্যভাৰ সমূলঞে শত্ৰুহিন হ'বক আশাএ ডাঙৰিআ বিসআএড়ে একে কথা হুই। সেইকালৰ ৰাজবঙ্গহৰ কুঁঅৰভোৰক ধৰিলে। কতোক মাৰিলে। কতোক অঙ্গহিন কৰিলে। এইৰূপে কুঁৱৰকিএকক অযোগ্য কৰিলে। আতপৰে তিঙ্গখঙ্গিআ ৰাহৰ গোবৰ ৰজাৰ পুত্ৰ লাঙ্গি গদাপাণি। তেঞোক মাৰিবৰ মন কৰিলে। পাছে কুঁঅৰ ইভোৰৰ কাণ্ড-গতি দেখিলত লাঙ্গি গদাপাণি পলাল, তেঞোৰ কুঁঅৰি জয়মতি, লাই ১ লেচাই ১ এই দুই পুত্ৰ সমস্তকে ত্যাগ কৰি। পাছে ৰজাএ অনেক ঠাএ ঠাএ চোৰাঙ্গচোআ পঠাই বিচাৰ কৰোআলে লাঙ্গি গদাপাণিক ধৰিবলৈ। চোৰাঙ্গচোআএ আহি ৰজাত জনালেহি লাঙ্গি গদাপাণিক বিচাৰ কৰি নাপালত। পাচে ৰজাএ কুঁঅৰি জয়মতিক ৰজাৰ ঘৰলৈ মাতিলে। কুঁঅৰিও আহিল। কুঁঅৰি আহিলত ৰজাএ লাঙ্গি গদাপাণিৰ কথা সুধিলত কুঁঅৰিএ ৰজাত নক'লে। এতেকে খঙ্কে ৰজাএ জয়মতি কুঁঅৰিক চাওদাঙ্গৰ হতোআএ শাস্তিকৈ সুধিব ধৰিলে। তথাপি কুঁঅৰিএ গিৰিএকৰ কথা নক'লে। শাস্তি কৰোআ ঠাই ৰজাৰ বাহৰৰ নিকটতে জেৰেঙ্গা পঠাৰত। আতে কুটকৰা গছত বান্ধি ৰাখি শাস্তি দিলে অনেক প্ৰকাৰে। পাচে একপক্ষ শাস্তি ভুঞ্জি কুঁঅৰি মৰিল। শ'ক ১৬০১, চ'ত মাস ১৩ দিন গতে শুক্ৰবাৰে। এইৰূপে লাঙ্গি গদাপাণিক নাপাই কুঁঅৰিকে মাৰিলে।

### লৰা ৰজাক অপসাৰণ

ৰজাদেৱৰ এনে অন্যাই অধৰ্ম্ম দেখি ডাঙ্গৰিআ বিসআ কিচুৱ মনে নসলে। এহিমানে একেক্ৰমে কতো দিন গৈছে। আত পাচে ৰঙামাতিৰ যুদ্ধৰ পাচত সমঅতে লাঙ্গি গদাপাণিও গই অনেক

ঠাএ ঠাএ বঞ্চি অনন্তৰে গুআহাটি পালেহি। তৈতে বন্দৰ বৰফুকন এড়ে চামগুৰিআক ৰজা ভাঙ্গিবলৈ জুকুতি কৰিলে গুআহাটিআ ফুকন ৰাজখোআ সবে একে কথা হুই। আতপৰে লোকজন সম্ভাৰ বহুতো উজাই আনিলে নাএৰে বন্দৰ বৰফুকনে। লগতে লাঙ্গি গদাপাণিকো আনিলে ৰজা পাতিবলৈ। লাঙ্গি গদাপাণি বন্দৰ বৰফুকনৰ খুলসালিএক। সেই নিমিত্তেহে ভিৰ দিলে। পাচে কতো দিন উজাই আহি দখিনপাটৰ ঘাট পালেহি। ততে দখিনপটিআ অধিকাৰ বাপুএড়ে ভেট হবৰ নিমিত্তে নাও বান্ধিলে। বাপুএড়ে ভেট হলত বন্দৰ বৰফুকনৰ মুখে সব কথা জানি বাপুএ হাকবচন বুলিলে বন্দৰ বৰফুকনক ৰজাৰ প্ৰতি দ্ৰোহ নাচৰিবলৈ। পাচে বৰফুকনে গুৰুৰ হাকবচন নললত গুৰুএ ক্ৰোধ হুই বৰফুকনে শাপ দি বোলে "তুমি মোৰ শিষ্য হুই বিসই ঐচৰ্জ মদে মোৰ হাক-বচনকো হেলা কৰিলা। ৰজাকো দ্ৰোহ কৰিব আহিচা। উভএ পাপ। এতেকে মঞি শাপ দিঞো। তোমাৰ বঙ্গহত বৰফুকন সম্পত্তি নৰহিব।" গুৰুৰ শাপ বচন সুনি বৰফুকনেও বোলে "অধৰ্ম ৰজাৰ কথা জানি অকাৰণে মোক শাপ বাক্য বোলিলা, এতেকে মঞিও বোলিচো, তোমাৰ বঙ্গহতো তোমাৰ বাঝে অধিকাৰ সম্পত্তি নাথাকিব।" এইৰূপে তুয়োকে তুএ শাপ বাক্য বোলা-বোলি কৰি তৈৰপৰা বৰফুকন উজাই গড়গাঞলৈ বুলি আহিল। গড়গাঞ পালত ত'ৰো ডাঙ্গৰিআ বিসআকি একে বৰফুকনৰ লগত ভিড় দিলে। এই প্ৰকাৰে গড়গঞা গুআহাটিআ সবে একে কথা হুই চামগুৰিআ লৰা ৰজাক ভাঙ্গি লাঙ্গি গদাপাণিক ৰজা পাতিলে। পাচে ৰজা ভাঙ্গি নামৰূপত বন্দিকৈ থলে চামগুৰিআক। এহিমানে চামগুৰিআ লৰা ৰজাৰ আক্ষান সমাপত। ভোগ ১ বচৰ ৭ মাস। শক ১৬০৩, জেঠ মাস, ১৯ দিন গতে ৰাজ্য ভোগ সমাপত।*

---

* লেখকে উদ্ধাৰ কৰা এখন সাঁচিপতীয়া বুৰঞ্জীৰপৰা।—সম্পাদক

# বুৰঞ্জীৰ পটভূমিত জয়মতী কুঁৱৰী

শ্ৰীঅখিল পানীফুকন

আহোম ৰমণী জয়মতী কুঁৱৰীৰ নাম অসমত কাৰো অবিদিত নহয়। জয়মতীৰ আত্মবলিদান মানৱ ইতিহাসত এটা অতি করুণ আৰু লোমহৰ্ষক কাহিনী। খৃঃ ১৭শ শতিকাৰ সপ্তম দশকত এই গৰাকী মহিয়সী নাৰীৰ অসমত আবিৰ্ভাৱ হয়। এওঁৰ মহান ত্যাগ আৰু আদৰ্শই একালত স্বাধীন অসমৰ ৰাজনৈতিক জীৱনতো প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। তাৰ পৰিণতিস্বৰূপে দেশত উদ্ভৱ হোৱা ৰাজনৈতিক বৈষম্য আৰু অশান্তি অৱসান ঘটাই পুনৰ দেশত শান্তি প্ৰতিষ্ঠা কৰি দেশবাসীলৈ অভূতপূৰ্ব বৰঙণি আগবঢ়ায়। উল্লেখযোগ্য যে স্বাধীন অসমৰ দশবছৰীয়া গৌৰৱময় ইতিহাসত জয়মতীৰ অৱদান অতুলনীয় আৰু চিৰস্মৰণীয়। জয়মতীৰ আত্মত্যাগ কিদৰে সংঘটিত হয়, সেইবিষয়ে ভালেকেইখন অসম বুৰঞ্জীত উল্লেখ থকাৰ উপৰিও প্ৰচলিত জনগীত, জনশ্ৰুতি, জনপ্ৰবাদ, কিম্বদন্তী আদিত অসমৰ গাঁৱে-ভূয়ে, নগৰে-চহৰে, দেশবাসীৰ মাজত আজিও সমৃদ্ধ হৈ আছে।

জয়মতী বৰগোহাঞি বংশৰ মাহুৰিয়াল ফৈদৰ প্ৰসিদ্ধ ৰাজনীতিবিদ লাইথেপেনা বৰগোহাঞি ডাঙৰীয়াৰ কন্যা আৰু তুংখুঙীয়া ফৈদৰ গোবৰ ৰজাৰ পুত্ৰ লাঙ্গি গদাপাণিৰ সুযোগ্যা পত্নী। জয়মতীৰ কেতিয়া জন্ম আৰু তেওঁৰ-আহোম নাম কি, সেইবিষয়ে বুৰঞ্জীত পোৱা নেযায়। লাইথেপেনা বৰগোহাঞি ডাঙৰীয়াই চুলিক্ফা (ল'ৰা ৰজা) আৰু চুপাত্ফা গদাধৰ সিংহ উভয়জন স্বৰ্গদেৱৰ দিনত বৰগোহাঞি ডাঙৰীয়াৰ পদত অধিষ্ঠিত থাকে। লাইথেপেনা বৰগোহাঞি ডাঙৰীয়াৰ বাৰ গৰাকী পত্নীৰ মুঠ চৌবিশজন পুত্ৰ আৰু

তেৰ গৰাকী কন্যা। তেওঁৰ তেৰ গৰাকী কন্যাৰ ভিতৰত জয়মতী চতুর্থা, প্রথমা গৰাকী পত্নীৰ কন্যা। অধ্যাপক মাণিকচন্দ্র বৰ-গোহাঞিয়ে তেখেতৰ 'জয়মতী' নামৰ প্রবন্ধত লাইথেপেনা বৰ-গোহাঁঞি ডাঙৰীয়াৰ চৌবিশজন পুত্র আৰু তেৰ গৰাকী কন্যাৰ প্রত্যেকৰে নাম বিতংকৈ দাঙি ধৰিছে। গতিকে সেইবিষয়ে পুনৰ আলোচনা নিষ্প্রয়োজন।

লাইথেপেনা বৰগোহাঞি ডাঙৰীয়াৰ আদিম পিতৃ পুৰুষ খাওমুং-কাণেঙ্গ। এওঁ প্রথমজনা আহোম স্বৰ্গদেৱৰ লগত ১২৫১ শকৰ ১৬ আঘোণ খৃঃ ১২২৮ সৌমাৰত প্ৰৱেশ কৰে। পৰম্পৰা বিশ্বাস অনুযায়ী বৰগোহাঞি বংশতো ( খুন্‌তুঙ্গ ) চন্দ্রবংশীয় বুলি অভিহিত আছে। খাওমুঙ্গ কাণেঙ্গ বৰগোহাঞি ডাঙৰীয়া এজন সুদক্ষ ৰাজ-নীতিবিদ আৰু সুনিপুণ যুজাৰু হিছাবে ঐতিহাসিক প্রমাণ আছে। স্বৰ্গদেও চুকাফাই সৌমাৰত প্ৰৱেশ কৰা কালত, বৰাহী, মৰাণ, চুতীয়া, কছাৰী, নগা আদি ভালেমান সৰু-সুৰা ৰজাৰ সৈতে যুদ্ধ-বিগ্রহত লিপ্ত হ'ব লগা হয়। আৰু সেই যুদ্ধ-বিগ্রহসমূহ পৰিচালনা কৰিবলৈ যি সামৰিক প্রস্তুতিৰ প্রয়োজন হয়, সেই সামৰিক প্রস্তুতি তেওঁৰ লগত অহা বা-বিষয়াসকলেই আগবঢ়ায়। এনে সামৰিক অভিযানত সাহায্য আগবঢ়োৱা বিষয়াসকলৰ ভিতৰত খাওমুং-কাণেঙ্গৰ বৰঙণি সবাতকৈ উল্লেখযোগ্য।

খাওমুংকাণেঙ্গ বৰগোহাঞি ডাঙৰীয়াৰ আন এটা নাম খাওমুংকটক। বঙালৰ সেনাপতি বৰউজিৰক পৰাস্ত কৰি ছুকুৰি ঘোঁৰা, একুৰি বৰহিলৈ আৰু ভালেমান মূল্যবান সম্পত্তি হস্তগত কৰি স্বৰ্গদেৱলৈ পঠায়। স্বৰ্গদেও পৰম হৰিষ হৈ খাওমুংকাণেঙ্গক 'খাওমুংকটক' নাম দি ফুলবাৰীৰ গড়ত স্থাপন কৰে।

"পাচে ৰজাদেৱে বোলে তইঁতক ডাঙৰীয়া পাতি সাফল হ'ল" আৰু খাওমুংকাণেঙ্গক খাওমুংকটক নাম দি ফুলবাৰীতে থাকিবলৈ দিলে।

( দেঃ অঃ বুৰঞ্জী, পৃঃ ২১ )

পুনৰ মাঘমাহৰ লুপুত বঙ্গালে নাৱেৰে উজাই আহি আক্ৰমণ কৰাত স্বৰ্গদেৱে খাওমুংকটকক বুৰৈলৈ পঠায়, বুৰৈত অহোম সেনাই আগভেটি ধৰি বঙালৰ লগত ৰণ দিয়ে। বঙ্গাল ৰণত তিষ্ঠিব নোৱাৰি নাও-যুদ্ধ পৰিহাৰ কৰি ঘোঁৰাত উঠি প্ৰাণ লৈ পলাই যায়। পুনৰ বঙালৰ নবাব বিতমালি আৰু বৰউজিৰে শিঙৰিত আক্ৰমণ কৰাত, খাওমুংকটকক পুনৰ শিঙৰিলৈ পঠায়। শিঙৰিত বঙালৰ লগত তুমুল যুদ্ধ হয়। যুদ্ধত আহোম সেনাৰ পৰাক্ৰমত তিষ্ঠিব নোৱাৰি ৰণস্থলিৰপৰা পলাই যায়। আহোম সেনাই পিছে পিছে খেদি নি খাগৰিজানত থয়গৈ। এই যুদ্ধত বঙালে ১০০০ ঘোঁৰা, ১৫০০০০ পদাতিক সৈন্য লৈ আক্ৰমণ চলাইয়ো সৰ্বস্ব এৰি পৃষ্ঠ-ভঙ্গ দিব লগা হয়। যুদ্ধত বঙালৰপৰা ১০০ ঘোঁৰা আৰু বিস্তৰ হিলৈ, বৰতোপ আহোম সৈনাই হস্তগত কৰি স্বৰ্গদেৱলৈ পঠায়। লাক্লি ৰাইঙ্গি শকত স্বৰ্গদেৱে ডাঙৰীয়াসকলক টেমনিত কোঠ পাতি গড় বান্ধিবলৈ পঠায়। ইতিমধ্যে বঙালৰ গৌৰেশ্বৰ ৰজাই পুনৰবাৰ বিপুল ৰণসজ্জাৰে তুৰ্বকক সেনাপতি পাতি অসম আক্ৰমণ কৰিবলৈ পঠায়। তুৰ্বকে ৩০টা হাতী, ১০০ ঘোঁৰা, অসংখ্য বৰহিলৈ, খোকা হিলৈ আৰু আন ভালেমান অস্ত্ৰ-শস্ত্ৰৰে সু-সজ্জিত হৈ গড়ৰ সন্মুখত পৰ দি ৰয়হি। স্বৰ্গদেৱে এই সংবাদ পাই শীঘ্ৰে চাৰিং ৰজাৰ চুলেং, থাওমুং-চেনক, থাওমুংবকল চেন এই তিনিজনা ডাঙৰীয়াক বৰপাত্ৰ গোহাঞিৰ লগত সহায় কৰিবলৈ পঠায়। পাছত আকৌ তিপাম ৰজা চুক্লংফা, নামৰূপীয়া ৰজা চুতেং, সৰুজনা গোহাঞিদেও চুখেং আৰু ফাচেংমুঙ্গ বৰগোহাঞি এই চাৰিওকো সহায় কৰিবলৈ পঠায়। আহোম সৈন্যই কেইদিনমান গড়ৰ ভিতৰত সাজু হৈ থাকোতে বঙ্গালে হিলৈ কাঁড় মাৰি, ঘোঁৰা মেলি, কোঠত চোৰাং কৰি সোমাই দুই-চাৰিজনক আক্ৰমণ কৰাত, তিপাম ৰজা চুক্লংফাই কোঠৰপৰা ওলাই গৈ পানী পাৰ হৈ কচোৱাৰ কোঠাতে বঙ্গালক আক্ৰমণ চলায়। পিছে তুৰ্বকে গড়ৰপৰা ওলাই হাতী, ঘোঁৰা,

অস্ত্ৰ শস্ত্ৰৰে বেঢ়ি ধৰে। আহোম সৈন্যই গড়ৰ বাহিৰত যুদ্ধত তিষ্ঠিব নোৱাৰি পিছ হুহকি কপিলী-গঙ্গাত পৰেগৈ। এই যুদ্ধত চুক্লংফা তিপাম ৰজা বেয়া ধৰণে আহত হয় আৰু পৰিতাপৰ বিষয় সেই যুদ্ধত ফাচেংমুঙ্গ, থাওমুংক্লিংখাম, চুকংমুংৰিগো, থাওমুংৰিংচা, থাওমুংকাওখান, ত্যাওৰিংচেংহান আৰু তাওৰিংক্লাংমুংচু মুঠ আঠজন যুদ্ধত প্ৰাণ হেৰুৱায় আৰু লগে লগে আহোমৰ আঠখন সোণীয়া হেংদান চিৰকালৰ কাৰণে হেৰুৱাব লগা হয়।

যুদ্ধ অভিযানৰ পূৰ্বে মোহন ফৈদৰ মৰাউলা দেওধাইক কুকুৰা-ঠেং চাই যুদ্ধৰ ফলাফল চাবলৈ দিয়া হয়। দেওধাইয়ে কুকুৰা-ঠেঙত মঙ্গল চাই জনাই, "যদি বঙালে পানী পাৰ হৈ আমাক আক্ৰমণ কৰেহি তেতিয়া আমি জিকিম; যদি গড়ৰপৰা ওলাই পানী পাৰ হৈ আমি আক্ৰমণ কৰো তেন্তে আমাৰ পৰাজয়।"

"লোকে যদি পানী পাৰ হৈ ধৰেহি আমি জিনিম, আমি যদি ধৰোগৈ আমাৰ ভঙ্গ।" (দেঃ অঃ বুৰঞ্জী, পৃঃ ২৮)

চুক্লংফা তিপাম ৰজাই বিশ্বাস নকৰি গড়ৰপৰা ওলাই পানী পাৰ হৈ বঙ্গালক আক্ৰমণ কৰাৰ কাৰণেই আঠজন প্ৰধান বিষয়াই থিতাতে প্ৰাণ হেৰুৱাব লগা হয়।

পিছত স্বৰ্গদেৱে থাওমুংকটকক শিঙ্গৰিৰপৰা সলালৈ মতাই আনে আৰু বাকী ত্যাওচুতেঙ্গ ত্যাওচুলেং এই দুজনা ডাঙৰীয়াক কলিয়াবৰত ৰাখি স্বৰ্গদেও উজাই দিহিঙ্গলৈ আহে। বঙ্গাল উজাই আহি কলিয়াবৰ পাই লুইতৰ বুকুত আহোম সেনাই কোঠ মৰা গম পাই কাতি মাহত বঙ্গাল গৈ ঘিলাধাৰীত ৰয়গৈ। পিছত লাক্লিমুংমাও শঁকত (আঘোণত) চুক্লংফা তিপমীয়া ৰজা পুনৰ ভটিয়াই সলালৈ যায়। তিপাম ৰজা চুক্লংফা, নামৰূপীয়া ৰজা ভুচেং, চুখেং সৰুগোহাঞি এই তিনিওকো বুঢ়ৈ মুখত ৰখা গম পাই বঙ্গালে চেগ বুজি হঠাতে আক্ৰমণ কৰি কোঠত জুই দিয়াত তুমুল সংগ্ৰাম চলে। আহোম সৈন্যই যুদ্ধত উতলা পানী ঢালি

যুদ্ধ কৰাত বঙ্গালে তত্ নেপাই পানীত পৰেগৈ, পিছত আহোম সেনাই বৰহিলৈ ফুটাই যুদ্ধ কৰাত, বঙ্গাল ঠাৱৰিব নোৱাৰি পৃষ্ঠ-ভঙ্গ দিয়ে। মাঘ মাহত থাওমুংকটক, হনন হাজৰিকা ছুয়ো কোঠবৰ্পঁৰা ওলাই গৈ হাতী আৰু ঘোঁৰাৰে বালিত পুনৰ বঙ্গালক আক্রমণ কৰাত, বঙ্গালে বৰহিলৈৰে যুদ্ধ কৰাত থাওমুংকটক আৰু লগৰ সৈন্যসকল পিছহুহকি আহি কোঠত আশ্রয় লয়হি। পিছত মূৰ্ত্তজানা নামৰ আন এটা বঙাল স-সৈন্যে সেনাপতি তুৰ্বকৰ লগ লাগি ছুইমুনিশিলাত আক্রমণ কৰে। সেই যুদ্ধত আহোম সেনাই মোগলক বেয়াকৈ ঘটুৱায়। যুদ্ধত মোগল ঘাটি পলাই যোৱাৰ পিছত মোগলৰ কোঠ হস্তগত কৰি ভালেমান যুদ্ধৰ বৰ-নাও, বৰহিলৈ, আন আন অস্ত্রশস্ত্র, ধন-সোণ, লাভ হয়। পুনৰ হুচেইন খাঁ নবাবে ১টা হাতী ১০০ ঘোঁৰা আৰু ১০০০ পদাতিক সৈন্য লৈ তুৰ্বকৰ লগ লাগেহি। তুৰ্বকৰ ৰণবল বৃদ্ধি হোৱাত পুনৰ আহোম সেনাৰ ওপৰত অতৰ্কিতে আক্রমণ চলায়। পিছত আহোম সেনাইও অসীম সাহসেৰে যুদ্ধ কৰি বঙ্গালৰ বহুত সেনা নিপাত কৰে। এই যুদ্ধতো বঙ্গাল তিষ্ঠিব নোৱাৰি ৰণস্থলিৰপৰা পলাই পত্রং দিয়ে। পিছে আহোম সেনাই খেদি নি দিক্‌ৰাই নদীত পেলাই, তাৰপৰা দিক্‌ৰাই পাৰ কৰি খেদাই সেই ঠাইতে কোঠ মাৰি ৰহে। তুৰ্বকৰ লগত দাচু নবাব আৰু হুচেইন খাঁ পুনৰ ঘোঁৰাৰে আগবাঢ়ি আহি আক্রমণ কৰাত, সেই যুদ্ধত তুৰ্বক সম্পূর্ণ পৰাস্ত হয় আৰু হুচেইন খাঁ নবাবক হত্যা কৰে। এই যুদ্ধত আহোমে ১৮টা হাতী, ৮৫০টা ঘোঁৰা, অসংখ্য বৰহিলৈ, খোকাহিলৈ আদি সামৰিক সম্পদ লাভ কৰে। সেইবোৰৰ ওপৰিও এপেৰা সোণ (দীঘলে এহাত পথালিয়ে এবেগেত ছুই আঙুল), ৪০ চলা ৰূপ লাভ কৰি সমূহ দ্রব্যসহ আহি বিশ্বনাথৰ শিলনিত বাহৰ কৰি থকা স্বৰ্গদেৱক সেৱা জনাইছিল। স্বৰ্গদেও পৰম সন্তোষ হৈ ৰাজকীয় মৰ্যদাৰে ডাঙৰীয়াসকলক হাতী, ঘোঁৰা

আদি যোগ্য বঁটা-বাহন উপহাৰ দিয়ে। পিছত স্বৰ্গদেও দিন-বাৰ চাই তাৰপৰা উজাই আহি দিহিং পায়হি, তাতে ৰিকৃখান-মুংখন উৎসৱ পাতি উজাই তাৰপৰা গড়গাঁও ৰাজধানীলৈ আহি আকৌ মে-ডাম-মে-ফি উৎসৱ পাতি অসমৰ বিজয় ঘোষণা কৰে। তুৰ্বকৰ সেনাপতি হুচেইন খাঁৰ মূৰটো চৰাইদেও পৰ্বতৰ ওপৰত মুঠ বান্ধি ৰাখে। ( দেঃ অঃ বুৰঞ্জী )

স্বৰ্গদেও চুকাফাৰ ৰাজত্ব কালত খাম্‌জঙীয়া নগাই বিদ্ৰোহ কৰাত থাওমুঙ্গকাণেঙ্গ বৰগোহাঞি ডাঙৰীয়াই স্বৰ্গদেৱৰ আজ্ঞাৰে শীঘ্ৰে নগাৰ বিৰুদ্ধে অভিযান চলাই নগাক জিনি কৰতলীয়া কৰে, আৰু সেই ঠাইতে সীমা নিৰ্ধাৰণ কৰি ডেকা পুতেক কাংখ্ৰাংমুঙ্গক ৰাখি নগাৰ উৎপন্ন দ্ৰব্যৰ অংশ বছৰি আহোম স্বৰ্গদেৱক পচা হিচাবে শোধাই থাকিবলৈ কট্‌কটীয়া সাম্প্ৰতিক নিৰ্বন্ধ কৰে।

লাক্লি কাতচেও শকত খামজাঙ্গৰপৰা নৰা আহি স্বৰ্গদেৱত গোচৰ দিয়েহি বোলে, "নগাৰ উৎপাতত সেই ঠাইত ৰব নোৱাৰি, ছুই ঠাইৰ নগাই লগ লাগি আমাৰে যুদ্ধ কৰিব খোজে। কথা-বতৰা একো নকয়।" স্বৰ্গদেৱে এই কথা শুনি নগাক ধৰি আনিবলৈ ভালেকেইজন বিষয়াক পাচে। ডাঙৰীয়াসকলে নগাৰ বিৰুদ্ধে অভিযান চলাই নগাক যুদ্ধত পৰাস্ত কৰি খাম্‌জাঙ্গলৈ ঘূৰি আহে। খামজঙ্গীয়া নৰাই কৃতজ্ঞ হৈ ৮টা ঘোঁৰা, ৮খন খেহ্ কাপোৰ স্বৰ্গদেৱলৈ উপহাৰ স্বৰূপে আগবঢ়ায়। চাৰিং ৰজা চ্যাওচুলেঙে খামজাঙ্গৰপৰা ১০০ মেঠোন আৰু বয়বস্তু লৈ পৰ্বতত স্বৰ্গদেৱক সেৱা জনালেহি। ইতিমধ্যে ৰজাদেৱে থাওমুংকটকৰে সৈতে গৈ জাকতুঙ্গত ব'লগৈ। নগা গাঁতত কোঠ মাৰি বহা দেখি নগাই ভয় খাই ভাগি আহি ৰৰকলাত সোমাইহি। পিছত নগাই বশ্যতা স্বীকাৰ কৰি ৰৰহিলৈ এটা আগবঢ়ায় গড়গাঁৱত স্বৰ্গদেৱক সেৱা জনালেহি।

কছাৰী যুদ্ধতো থাওমুংকটক বৰগোহাঞি ডাঙৰীয়াই বিপুল

সাহসেৰে যুদ্ধ কৰি কছাৰী ৰজাক পৰাস্ত কৰে। কছাৰী ৰজা নেওচুং ভয়ত গড় এৰি নেঙ্গুৰীয়ালৈ পলাই যায়। আহোম সেনাই পিছে পিছে খেদি নেঙ্গুৰীয়ালৈকে যোৱাত কছাৰী ৰজা সেই ঠাই এৰি ভেমেৰালৈ পলাই যায়। আহোম সেনাই পিছলৈ ভেমেৰালৈ খেদি কৌশলেৰে কছাৰী ৰজাক আটক কৰি বধ কৰে আৰু মূৰটো নি পৰ্বতত ৰাখে।

শদিয়াত ফ্ৰাচেনমুঙ্গ বৰগোহাঞিক চুটিয়াই আক্ৰমণ কৰাত, স্বৰ্গদেৱে বাৰ্তা পাই শীঘ্ৰে থাওমুংকাণেঙ্গ বৰগোহাঞিক সহায় কৰিবলৈ পঠায়। থাওমুংকাণেঙ্গ শদিয়া গৈ পাই যুদ্ধৰ কোঠত সামৰিক আয়োজন কৰিবলৈ নৌ পাওঁতেই, চুটিয়াই অজ্ঞাতসাৰে কোঠত সোমাই বেঢ়ি ধৰি থাওমুংকাণেঙ্গক অন্যায়ভাৱে হত্যা কৰে। থাওমুংকাণেঙ্গৰ মৃত্যু হ'লেও পিছত আহোম সেনাই চুটিয়াক যুদ্ধত পৰাস্ত কৰি, চুটিয়াৰ ৰাজ্য অসমৰ কৰতলীয়া কৰে। স্বাধীন অসম প্ৰতিষ্ঠা কৰাত আহোমৰ ডা-ডাঙৰীয়াসকলৰ ভিতৰত থাওমুংকাণেঙ্গ বৰগোহাঞি ডাঙৰীয়াৰ বৰঙণি বিশেষভাৱে উল্লেখযোগ্য।

এওঁৰ চুত্যোওফা স্বৰ্গদেৱৰ পিছত মৃত্যু হয়। এওঁৰ মৃত্যুৰ পিছত থাওমুং-চাওবিন্ বৰগোহাঞি ডাঙৰীয়াৰ পদত অধিষ্ঠিত হয়। অসমত আহোম ৰাজ্য বিস্তাৰৰ ক্ষেত্ৰত এইজনা ডাঙৰীয়াৰ অৱদান যথেষ্ট। এওঁ চুবিন্‌ফা, চুখাংফা আৰু চুখ্ৰাংফা ক্ৰমে তিনিজনা স্বৰ্গদেৱৰ চাউল ভোগ কৰি পৰলোক প্ৰাপ্ত হয়। এওঁৰ মৃত্যুৰ পিছত পুত্ৰ থাওমুং তাক্ৰিন্‌খিন্ খন্তালাকৰ বৰগোহাঞি ডাঙৰীয়াৰ বিষয়-বাব লাভ কৰে। এওঁ চুখ্ৰাংফা আৰু চুতুফা উভয়জনা স্বৰ্গদেৱৰ দিনত দায়িত্বশীল বৰগোহাঞি ডাঙৰীয়াৰ পদত থাকি সুচাৰুৰূপে স্বৰ্গদেও-সকলক প্ৰশাসনীয় দিশত গভীৰ নিষ্ঠাৰে সাহায্য আগবঢ়াই পৰলোক প্ৰাপ্ত হয়। এওঁৰ পিছত পুতেক থাওমুংত্যাত্যন্‌বিন উত্তৰাধিকাৰসূত্ৰে বৰগোহাঞি ডাঙৰীয়াৰ পদ লাভ কৰে। থাওমুংত্যাত্যন্‌বিন

বৰগোহাঞি ডাঙৰীয়া এজন সুদক্ষ যুঁজাৰু আৰু ৰাজনীতিত বিচক্ষণ পুৰুষ। এওঁ ৰাজ-আজ্ঞা অনুকুলে নঙ্গঞাঙ্গত অৰ্থাৎ (নঙ্গ=বিল, ঞাঙ্গ=পানী থকা) পানী থকা বিলত নৰা বৰগোহাঞি আৰু ত্যাতনবিন্ বৰগোহাঞি দুয়োৰে মূৰ্তি শিলত খোদিত কৰি, সেই ঠাইতে নৰা আৰু আহোম ৰাজ্যৰ সীমা নিৰ্ধাৰণ কৰে আৰু ৰাজনীতিৰ মেৰপাকেৰে নৰা বজাৰ লগত সীমা বিবাদ নিষ্পত্তি কৰি, মিত্ৰতাৰ যোগসূত্ৰ স্থাপন কৰে। চুজাংফাৰ ৰাজত্বকালত এওঁৰ পুত্ৰ ক্ৰমে নাংচুখাম্ নাংনিম্ বৰগোহাঞি হয় আৰু পৰবৰ্তী স্বৰ্গদেও-সকল ক্ৰমে চুফুক্ফা আৰু চুচেন্ফাৰ দিনলৈকে বৰগোহাঞি পদত অধিষ্ঠিত থাকে। স্বৰ্গদেও চুচেন্ফাৰ ৰাজত্বকালত ত্যাওকান্ বানৰেক বৰগোহাঞি ডাঙৰীয়া হয়। এওঁ এজন নিষ্ঠাবান, চতুৰ আৰু সুদক্ষ ৰাজবিষয়া। কছাৰী ৰণত এওঁ বিপুল দক্ষতাৰে আহোম সৈন্য পৰিচালনা কৰিও কছাৰীসকলৰ ৰণত জিনিব নোৱাৰি বুদ্ধিৰে স্বৰ্গদেৱৰ আজ্ঞা অনুকূলে কছাৰী ৰজালৈ কন্যা এটি আগবঢ়াই মিত্ৰতাৰ সূত্ৰেৰে কছাৰী ৰজাক বশ কৰে। কছাৰী ৰজাইও আহোম কন্যাটি উপহাৰ স্বৰূপে লাভ কৰি মিত্ৰতা সূত্ৰত বান্ধখাই বিনাদ্বিধাই নিজ ৰাজ্যৰ এছোৱা মৰঙ্গিলৈকে আহোম ৰজাক এৰি দিয়ে। পিছত পুনৰ চুঙ্গ নগাই উপদ্ৰৱ কৰাত তেওঁ নগাক দমন কৰিবলৈ যাওঁতে, চুৰকৈ শেল সানি ত্যাওকান্ বাণৰেক্ক হত্যা কৰে।

এওঁৰ মৃত্যুৰ পিছত নাঙ্গবাঙ্গক বৰগোহাঞি পাতি পুনৰ তঙ্গচু নগাক দমন কৰিবলৈ পঠায়। এওঁ নগাৰ বিৰুদ্ধে বিপুল অভিযান চলাই ভালেমান নগাচাং গৰকি বিদ্ৰোহী তঙ্গচু নগাক সমূলঞ্চে দমন কৰে আৰু সেই নগাৰ ল'ৰা-ছোৱালী, যাঠি, ফয় আদি হস্তগত কৰি স্বৰ্গদেৱলৈ পঠায়। তেওঁৰ দিনত বন্দী কৰি অনা তঙ্গচু, লেফেৰা আৰু মৌপিয়া এই তিনিখেলৰ নগা সেইকালৰপৰা আজিও অসমত বসবাস কৰি আছে।

এওঁৰ মৃত্যুৰ পিছত চাওফ্ৰাচেংমুঙ্গ বৰগোহাঞি ডাঙৰীয়াৰ পদত অধিষ্ঠিত হয়। এওঁ ৰাজমন্ত্ৰীৰ পদো লাভ কৰে। চাওফ্ৰাচেংমুঙ্গ বৰগোহাঞি এজন কৰ্তব্যপৰায়ণ আৰু ৰাজ-আজ্ঞাৰ প্ৰতি গভীৰ শ্ৰদ্ধা থকাৰ ঐতিহাসিক ইঙ্গিত আছে। দেশৰ নিৰাপত্তাৰ উদ্দেশ্যে তেওঁৰ নিজে সকলো ত্যাগ আৰু কষ্ট স্বীকাৰ কৰিও দেশৰ স্বাধীনতা সম্পদ অক্ষুণ্ণ ৰখাত কঠোৰ ব্ৰতী থকাৰ ভালেমান উদাহৰণ বুৰঞ্জীত আছে। বৰগোহাঞি ডাঙৰীয়াসকলৰ ভিতৰত এওঁৰ প্ৰশংসনীয় আৰু সামৰিক অৱদান উল্লেখযোগ্য।

"পুহৰ দিনত চুতিয়া ৰজা আহি থাওমুংবঙ্গনকে আৰু ফ্ৰাচেংমুঙ্গ বৰগোহাঞিকে যুদ্ধ ধৰিলেহি, পাচে ৰজাদেৱে এই কথা শুনি চুক্লনফা তিপাম ৰজাক ফ্ৰাচেংমুঙ্গ বৰগোহাঞিৰ লগত থাকিব দিলেগৈ, পাচে ফ্ৰাচেনমুন বৰগোহাঞিয়ে চন্দনগিৰি পৰ্বতত যুদ্ধ কৰিবলৈ নাৱত মাৰ বান্ধি ৰৈ থাওমুংবঙ্গনলৈকে পঠালে বোলে 'শীঘ্ৰে সিবোৰেও খেদি আহক'। পিচে থাওমুংবঙ্গন যুদ্ধলৈ গৈ ছুই ফৈদে শদিয়া নগৰত ৰলগৈ। পাছে মহাৰজাই চুক্লেনফা তিপাম ৰজা, ফাচেনমুঙ্গ বৰগোহাঞি থাওমুং-চেনৰ, থাওমুং-ক্লিংখাম, এই চাৰিক থাওকাং পৰ্বতত যুদ্ধ কৰিব দিলেগৈ। থাওকাং পৰ্বতৰপৰা সকলোৱে চুতিয়াক যুদ্ধে জিনি ৰজাদেৱৰ লগ ললেহি। পাচে ৰজাদেৱে দিখাৰিয়েদি বৰগোহাঞিক পঠায় চন্দনগিৰি পৰ্বতত যুদ্ধ কৰিব দিলেগৈ। বৰগোহাঞিয়ে গৈ যুদ্ধ ধৰিলেগৈ।......উলতি আহোতে পৰ্বতৰ নামনিত থকা চুতিয়াৰ ল'ৰা-বুঢ়া মানুহ কিছু পাই আনিলে। পাচে ৰজাদেৱে ফাচেনমুন বৰগোহাঞিক থাওমুংবঙ্গনকে এই ছুইক শিকাই বুজাই শদিয়াত থৈ ৰজাদেৱে স-সৈন্যে সহিতে নগৰলৈ আহিল।...... এই তিনিক পঠালে বোলে 'ফাচেনমুঙ্গ বৰগোহাঞিয়ে শদিয়াৰপৰা নাহে, তইঁত তিনিয়ে গৈ আনগৈ,' পাচে চুংহনে ৰজাদেৱ আজ্ঞা ক'লে বোলে, 'তুমি ভটিয়াই ৰজাদেৱৰ ঠাইলৈ যাব লাগে, তোমাৰ লিগচৌ, ঘৰ-বন্দীয়ে অহাযোৱা কৰে, তেও তুমি নোযোৱা।'

পাচে ফাচেন্‌মুন বৰগোহাঞিয়ে বোলে 'ৰজাদেৱৰ আজ্ঞাৰে ইয়াত আছোঁ এতিয়া আজ্ঞা কৰিছে যাম।'

( দেঃ অঃ বুৰঞ্জী, পৃঃ ২৪ )

"কছাৰীৰ ৰণতো ফ্ৰাচেঙ্গমুং বৰগোহাঞিয়ে মৰঙ্গিত গড় বান্ধি আন ডাঙৰীয়াসকলৰ লগত লগ লাগি যুদ্ধ কৰি কছাৰী ৰজা নেওচাক হত্যা কৰি আঠখন হেংদান লাভ কৰে। কছাৰী ৰজা খুন্‌খাৰা ভায়েক ডেকাৰজাৰ সৈতে ভয়ত পলাই মানতৰা সোমাইগৈ। পিচে কছাৰী ৰজা নেওচুং শৰণাগত হৈ নিজৰ ভনীয়েকক, হাতী দুটা, ৰূপ এহেজাৰ পাঁচশ, নাকৈদা এশ, তাওকাপোৰ এশ পানীকমালি সৈতে স্বৰ্গদেৱলৈ আগবঢ়াই সেৱা জনাই মিত্ৰতা স্থাপন কৰে।"

( দেঃ অঃ বুৰঞ্জী )

চাওফ্ৰাচেংমুঙ্গ এজন প্ৰসিদ্ধ ৰাজনীতিবিদ আৰু সুনিপুণ যুজাৰু হলেও কলিয়াবৰত হোৱা মোগলৰ যুদ্ধত তুৰ্বকে এওঁক অন্যায়-ভাৱে হত্যা কৰে। প্ৰথম কেইদিনৰ যুদ্ধত এওঁৰ পৰাক্ৰমত তিষ্ঠিব নোৱাৰি তুৰ্বক ৰণস্থলিৰপৰা ছত্ৰভঙ্গ দিয়ে। বীৰাঙ্গনা আহোম ৰমণী মূলাগাভৰু এইজনা ডাঙৰীয়াৰে সুযোগ্যা পত্নী। স্বামীক অন্যায়ভাৱে হত্যা কৰাৰ প্ৰতিশোধ লবলৈ এওঁ সমৰ-ক্ষেত্ৰত মুকলি তৰোৱাল লৈ তুৰ্বকৰ লগত অসীম সাহসেৰে যুদ্ধ কৰাৰ বৌৰঞ্জিক প্ৰমাণ আছে। চাওফ্ৰাচেংমুঙ্গ ৰণত নিহত হোৱাত তন্‌খামক বৰ-গোহাঞি পাতি ৰণলৈ পঠায়। এওঁ কনচেং বৰপাত্ৰগোহাঞিৰ সহিত লগ লাগি বিপুল বিক্ৰমেৰে তুৰ্বকৰ লগত যুদ্ধ কৰি ১৪৫৪ শঁকত তুৰ্বকক হত্যা কৰে। তুৰ্বকৰ মৃত্যুৰ পিছত মোগল সম্পূৰ্ণ পৰাভূত হয় আৰু আহোম সেনাই মোগলক খেদি নি কৰতোৱা পাৰ কৰি, অসমৰ সীমা কৰতোৱালৈকে নিগাজীকৈ নিৰ্ধাৰণ কৰে। এই যুদ্ধত মোগল বৰ বেয়াকৈ ঘাটে আৰু ভালেমান মূল্যবান সা-সম্পত্তিকে ধৰি অনেক হাতী, ঘোঁৰা, হিলৈ, বৰতোপ, গুলি, তৰোৱাল আদি আহোম সেনাই হস্তগত কৰে।

চাওফ্ৰাচেংমুঙ্গ বৰগোহাঞিৰ মৃত্যুৰ পিছত নাতিয়েক তন্খাম আৰু দদায়েক কিলিঙ্গখাম্ ক্ৰমে বৰগোহাঞি ডাঙৰীয়াৰ পদ লাভ কৰে। -তন্খাম বৰগোহাঞি ডাঙৰীয়াই কচোৰাৰ যুদ্ধ, সলাৰ যুদ্ধ, নগা, কছাৰী আৰু চুতিয়াৰ যুদ্ধত অতি কৌশলেৰে ৰণ-বল পৰিচালনা কৰি সকলোকে কৰতলীয়া কৰি ভালেমান মূল্যবান সম্পত্তি, সোণ, ধন, হাতী, ঘোঁৰা, অস্ত্ৰ-শস্ত্ৰ হস্তগত কৰি আহোম ৰজাৰ ভঁড়াল চহকী কৰাত সাহায্য আগবঢ়ায়। এওঁ ৰাজমন্ত্ৰী পদতো অধিষ্ঠিত থাকে।

তন্খাম বৰগোহাঞিৰ মৃত্যুৰ পিছত পুতেক খামপেতে বৰ-গোহাঞি পদ লাভ কৰে। এওঁৰ মৃত্যুৰ পিছত পুতেক চেঙ্গমুন ক্ৰমে খামচিন, সোলাৰেকা সৰুবুঢ়া ( ৰাজমন্ত্ৰী ) চপৰাখোৱা, লেচাই লাঙ্গিচঙ্গ, চংমুঙ্গ, লালুকসেন বৰগোহাঞি ডাঙৰীয়া হয়। সেন বৰগোহাঞিৰ মৃত্যুৰ পিছত চুলিক্ফাৰ দিনত ১৬০১ শক ( ১৬৭৯ চনত ) লাইথেপেনা বৰগোহাঞি ডাঙৰীয়া হয়। এওঁ চুলিক্ফা ওৰফে ল'ৰা ৰজা আৰু চুপাত্ফা ওৰফে গদাধৰ সিংহ দুয়োজনা ৰজাৰ দিনত বিষয়বাব ভোগ কৰে। স্বৰ্গদেও গদাধৰ সিংহৰ দিনত এওঁ ৰাজমন্ত্ৰী পদত অধিষ্ঠিত হয়। সুপ্ৰসিদ্ধা সতী জয়মতী কুঁৱৰী এইজনা ডাঙৰীয়াৰে কন্যা। লাইথেপেনা বৰগোহাঞি মাতুৰিয়াল ফৈদৰ শিৰোমণি স্বৰূপ। এওঁৰ বাৰীঘৰ মাতুৰি চহৰত। বৰ্ত্তমান মাতুৰি চাহ-বাগিচাৰ মাজত অৱস্থিত সু-উচ্চ বৃহৎ মৈদামটোৱেই এইজনা ডাঙৰীয়াৰ। মাতুৰিয়াল ফৈদৰ লেচাইদাং বৰগোহাঞি স্বৰ্গদেও চুখাম্ফাৰ ৰাজত্ব কালত বিশ্বনাথৰ পূৰ্বে সলালপাট নামৰ ঠাইত সলালগোহাঞি পাতে। সলালগোহাঞিৰ পদ সেইকালৰ পৰাই সৃষ্টি হয়। কোনো কোনোৱে জয়মতী গাভৰুক লাইথেপেনা বৰগোহাঞিৰ পুত্ৰ কমলাকান্ত বৰগোহাঞিৰ জীয়াৰী বুলি ভুল তথ্য প্ৰতিপন্ন কৰিবলৈ বিচাৰে, কিন্তু বংশৰ মৰ্যদা আৰু বুৰঞ্জীৰ পম খেদিলে জয়মতী গাভৰু লাইথেপেনাৰ জীয়াৰী আৰু কমলাকান্তৰ

অনুজ্ঞা বুলি বৌৰঞ্জিক পৰিচয় আছে। কমলাকান্ত বৰগোহাঞি জয়মতীৰ জ্যেষ্ঠজন ককায়েক। এওঁৰ বাৰী-ঘৰ মাছুৰিৰ উত্তৰে প্ৰায় এমাইল দূৰ মঠিয়াছিগাত আজিও দেখিবলৈ পোৱা যায়। বাৰীৰ চাৰি ঢাপ পুখুৰী আজিও চকুত লগা হৈ আছে। পুখুৰীটো বৰ্তমান পিত পৰি ক্ৰমাত পোত গৈ খেতিৰ মাটিলৈ ৰূপান্তৰিত হবৰ উপক্ৰম হৈছে। জয়মতী কুঁৱৰী যে প্ৰকৃততে প্ৰাচীন ঐশ্বৰ্যময় সম্ভ্ৰান্ত ৰবগোহাঞিৰ বংশৰ জীয়াৰী সেই বিষয়ে কাৰো দ্বিমত নাই। লাইলিক বুৰঞ্জীত জয়মতীৰ বংশ-পৰিচয় সম্পৰ্কে এইদৰে উল্লেখ আছে—

"মাছুৰি চহৰত ডাঙৰ হৈ আছিলো
বৰগোহাঞিৰ আছিলো জী,
গদাপাণি কোঁৱৰে নিলে তুঙ্গমুঙ্গলৈ
চকলং বিয়াকৈ দি।"

জয়মতী কুঁৱৰী যেনেকৈ প্ৰাচীন ঐশ্বৰ্যময় বৰগোহাঞি বংশৰ জীয়াৰী, সেইদৰে লাঙ্গি গদাপাণিও গৌৰৱোজ্জ্বল ইন্দ্ৰবংশী আহোম স্বৰ্গদেওসকলৰ তুংখুঙ্গীয়া ফৈদৰ কোঁৱৰ।

জয়মতীৰ স্বামী লাঙ্গি গদাপাণি তুংখুঙ্গীয়া ফৈদৰ গোবৰ ৰজাৰ পুত্ৰ। গোবৰৰ পিতৃৰ নাম শাৰেঙ্গ গোহাঞি; স্বৰ্গদেও চুক্লংমুঙ্গ গড়গঞা ৰজাৰ নাতিয়েক। (গেইটৰ, বুৰঞ্জী)

তুংখুঙ্গীয়া ৰজাৰ ফৈদতো তুংখুঙ্গ (টিংখাং) নামৰ ঠাইৰপৰা উৎপত্তি। স্বৰ্গদেও চুকাফাই প্ৰথম সৌমাৰত প্ৰৱেশ কৰা কালত তেওঁৰ তিনিজন পুতেককো তিনিটা খাওত (পাচিত) ভৰাই আনে। খাং তিনিটা প্ৰথমতে যি ঠাইত ৰখা হয় সেই ঠাই-ডোখৰক তিনি-খাং, অৰ্থাৎ তিন্‌খাং বুলি কোৱা হয়। পাছত ক্ৰমে তিন্‌খাঙৰ পৰা তংখুঙ্গ=তুংখুঙ্গ আৰু শেষত আজিকালি মুখ বাগৰি টিংখাঙ্গ হয়গৈ। তুংখুঙ্গ লক্ষীমপুৰ জিলাৰ নাহৰকটিয়াৰ উত্তৰ-পশ্চিমে প্ৰায় আঠ মাইল নিলগত ৰাজগড় আলিৰ কাষত।

আগৰ তুংমুঙ্গ ঠাইডোখৰ বৰ্ত্তমান টিনখাং চাহবাগিচাৰ ভিতৰত। টিংখাং যে বুৰঞ্জী-প্ৰসিদ্ধ ঠাই তাত থকা সেই যুগৰ পুৰণি পুখুৰী, গড়-মৈদাম আদিয়েই প্ৰাচীন ঐতিহ্যৰ পৰিচয় দিয়ে।

চুকাফাৰ লগত অহা তিনিজন কোঁৱৰক প্ৰথমতে যি তিনি ঠাইত পতা হয়, সেই ঠাইবোৰৰ নাম অনুসৰিয়েই কোঁৱৰসকলৰ বিভিন্ন ফৈদ সৃষ্টি হয়। টিংখাঙত পতা কোঁৱৰজনৰপৰা দিহিঙ্গীয়া আৰু সেইদৰে চাৰিঙত পতাজনৰপৰা চাৰিঙ্গীয়া ফৈদ সৃষ্টি হয়। স্বৰ্গদেও চুহুংমুঙ্গ দিহিঙ্গীয়া ৰজাই ১৪৯৭-১৫০৯ খৃঃ তেওঁৰ চাৰিজন কোঁৱৰক যি ঠাইত স্থাপন কৰে সেই ঠাইবোৰৰ নামেৰেও বেলেগ বেলেগ ফৈদৰ সৃষ্টি হয় বুলি বুৰঞ্জীত উল্লেখ আছে। চামগুৰিত পতাজনক চামগুৰীয়া, সেইদৰে নামৰূপত পতাজনক নামৰূপীয়া। ৰাজপাট খালি হ'লে এই পাঁচোটা ৰজাৰ ফৈদৰপৰাই মৰ্যদা-যোগ্য কোঁৱৰক ৰজা নিৰ্বাচন কৰা প্ৰশাসনীয় ব্যৱস্থা আছে। ৰাজ-ফৈদবোৰে ৰজাঘৰৰপৰা একোখনকৈ মেল পায়। যেনে, পুৰণি-মেলীয়া, মাজু-মেলীয়া আৰু সৰু-মেলীয়া। চাৰিঙ্গীয়া আৰু নাম-ৰূপীয়াসকলক পুৰণি-মেলীয়া, দিহিঙ্গীয়া-টিংখুঙীয়া আৰু চামগুৰিয়া-সকল মাজু-মেলীয়া, চামগুৰীয়া-টিপমীয়াসকল সৰু মেলৰ বুলি ধৰা হয়। সোলাল বৰফুকনে চুদৈফা স্বৰ্গদেৱক হত্যা কৰি যেতিয়া চুলিক্ফাক ৰাজপাটত বহুৱায়, সেই সময়ত পুৰণি-মেলীয়া ফৈদৰ গদাপাণি চাৰিঙ্গীয়া ৰজা হৈ থাকে। মেলৰ মৰ্যদা আৰু ফৈদ অনুসৰি গদাপাণিহে ৰাজপাটৰ অধিকাৰী। কিন্তু ক্ষমতাত অধিষ্ঠিত থকা সেইযুগৰ ভালেকেইজন বিষয়াই ক্ষমতা লোভ আৰু স্বেচ্ছা-চাৰিতাৰ আশ্ৰয় লৈ নিজৰ স্বাৰ্থপূৰণৰ কাৰণে ক্ষমতা অপব্যৱহাৰ কৰি, যেই কোনো ফৈদৰপৰা নিজৰ মনোমত ৰজা বাচি ৰজাক হাতৰ পুতলা কৰি, ৰাজক্ষমতা নিজৰ হাতলৈ অনাৰ অপচেষ্টা কৰে। এনে প্ৰশাসনীয় উচ্ছৃঙ্খলতাৰ কাৰণেই ৰাজ্যত ভুৰ্যোৰ অন্তৰ্বিপ্লৱৰ সূত্ৰপাত হয় আৰু তাৰ ফলস্বৰূপে খৃঃ ১৬৭১-১৬৮২

হৈকে এটা দশকৰ ভিতৰত কেইবাজনো ৰজা ৰাজপাটত উঠি অকালতে প্ৰাণ হেৰুৱাব লগা হয়। আহোম ৰাজ্যৰ এই দহ-বছৰীয়া অন্তৰ্বিপ্লৱৰ বিষয়ে ভালেমান পুৰণি বুৰঞ্জীত এই বাক্যসাৰ উল্লেখ আছে—"উদয়াদিত্য ৰজাৰ পৰা স্বৰ্গদেৱ পাত্ৰৰ অধীন হ'ল।" 'পাত্ৰৰ অধীনত স্বৰ্গদেৱ' বুলি উল্লেখ আছে।

( তুঃ বুৰঞ্জী, ২য় অধ্যায় )

এই গৰ্হিত কাৰ্যৰ লগত লুখুৰাখণৰ লেচাই দেবেৰা হাজৰিকা, পাছত দেবেৰা বৰবৰুৱা, আৰু মেটেকাতলীয়া সোলাল বৰফুকন সম্পূৰ্ণ জড়িত।

চক্ৰধ্বজ সিংহৰ মৃত্যুৰ পিছত চুপ্তেওফা ( ১৫৯২ শঁকত ) ৰাজপাটত উঠে। এওঁ উদয়াদিত্য নামেৰেও জনাজাত। এওঁৰ দিনত ডফলাৰ লগত ৰণ হয়। সেনাপতিৰ অকৰ্মণ্যতাৰ কাৰণে ৰণত অতি শোচনীয় ভাৱে পৰাজয় ঘটে; ৰজাই এই পৰাজয়ত অতি মৰ্মান্তিক বেজাৰ পাই সেনাপতিক কটু কথাৰে লাজ দিয়ে। সেনাপতিয়ে ৰজাৰ বিৰুদ্ধে ভায়েক সৰুগোহাঞিক লগাই ( ১৬৭১ খৃঃত )। দেবেৰাই সৰুগোহাঁঞিৰ লগ লাগি, ৰজাক বিহ খুৱাই হত্যা কৰে। উদয়াদিত্য স্বৰ্গী হোৱাত ভায়েক সৰুগোহাঞি চুক্লেন্‌ফা ওৰফে ৰামধ্বজ ১৫৯৪ শকত ৰাজপাটত উঠে। ৰামধ্বজ ৰজা হৈয়ে ককায়েকক হত্যা কৰি তেওঁক ৰজা পতাৰ কাৰণে দেবেৰা হাজৰিকাক বৰবৰুৱা পদত বহুৱায়। প্ৰথমতে দেবেৰাৰ লগত ৰামধ্বজ ৰজাৰ ভাল ভাৱ আছিল, কিন্তু পিছলৈ তেওঁৰ লগত মনোমালিন্য হোৱাত তেওঁকো দুৰাশয় দেবেৰাই এমাহ পোন্ধৰদিনৰ ভিতৰত বিহ খুৱায় নৃশংস ভাৱে হত্যা কৰে। এওঁৰ মৃত্যুৰ পিছত গড়গঞা ৰজাৰ নাতিয়েক, তুংখুঙ্গীয়া হৈফেদৰ, গোবৰ কোঁৱৰক ( ১৬৭৪ চনত ) ৰাজপাটত বহুৱায়। দেবেৰাই স্বইচ্ছাৰে গোবৰক ৰাজপাটত বহুওৱাত ডাঙৰীয়া-সকল অসন্তুষ্ট হৈ বাঁহগৰীয়া বুঢ়াগোহাঞিকে ধৰি ভালেকেইজন

বিষয়া লগ লাগি মন্ত্ৰণা কৰি বিশ দিনৰ পিছতে গোবৰক হত্যা কৰে।

এওঁৰ মৃত্যুৰ পিছত দিহিঙ্গীয়া ফৈদৰ চুজিন্‌ফাক ১৬৭৫ চনত ৰাজপাটত বহুৱায়। পিছত আতন বুঢ়াগোহাঞিয়ে ষড়যন্ত্ৰ কৰি গাতঁ ঘুণ লগাই ৰাজপাটৰ অযোগ্য কৰে; পিছত স্বৰ্গদেৱে মনৰ সন্তাপত শিলত মূৰ এচাৰি ১৬৭৭ চনত নিজে আত্মঘাটি হৈ মৃত্যু বৰণ কৰে। চুজিন্‌ফাৰ মৃত্যুৰ পিছত ডেকা ৰজা বংশৰ পৰ্বতীয়া চুদৈফাক সেই বছৰতেই (১৬৭৭ চনত) ৰাজপাটত বহুৱায়। পিছত এওঁকো সোলাল বৰফুকনে কেইজনমান কুটচক্ৰান্তকাৰী বিষয়াৰ লগ লাগি, চক্ৰান্ত কৰি পৰ্বতলৈ নি বিষ পান কৰোৱাই হত্যা কৰে। এওঁৰ মৃত্যুৰ পিছত সোলাল বৰফুকনে চামগুৰীয়া ফৈদৰ চুলিক্‌ফাক ১৬৮১ চনত ৰাজপাটত বহুৱায়। এওঁ কম বয়সতে ৰজা হোৱাৰ কাৰণে ল'ৰা-ৰজা বুলি কোৱা হয়।

"পূৰ্বে লাচিত বৰফুকনে মোগল সেনাপতি ৰামসিংহক পৰাস্ত কৰি, মোগলক খেদি মানাহলৈকে অসমৰ সীমা নিৰ্ধাৰণ কৰে আৰু স্থায়ী-ভাৱে আহোম সেনাই তাতে কোঠ মাৰি ৰয়। লাচিত পূৰ্বে ঘোঁৰা-কোঁৱৰ আছিল। মোগলৰ যুদ্ধত লাচিতৰ সাহস দেখি স্বৰ্গদেও সন্তোষ হৈ বঁটা স্বৰূপে ৰাজকীয় মৰ্যদাৰে লাচিতক বৰফুকন বিষয় দি গুৱাহাটীত নিগাজীকৈ ৰাখে। এওঁৰ মৃত্যুৰ পিছত ককায়েক লালুক অৰ্থাৎ নিমাতিক বৰফুকন পদত বহুৱায়। এওঁ দুৰ্বল আৰু নীচ মনৰ ৰাজবিষয়া হোৱাৰ কাৰণে আশ পাই দিল্লী বাদচাহৰ সেনাপতি আজমতৰা নবাবে ৰঙামাটি পৰ্যন্ত দখলত ৰাখি, পূৰ্বৰ সীমা কলিয়াবৰলৈকে আহোমে ৰাজ্য এৰি নিদিলে কোনো মীমাংসা নহব বুলি নামনি অসমত মাজে মাজে আক্ৰমণ চলাই প্ৰজাৰ ওপৰত অত্যাচাৰ কৰিবলৈ ধৰে।

পূৰ্বৰ ৰজা চক্ৰধ্বজ সিংহৰ শহুৰেক নাওবৈচা ফুকনক দেৱেৰাই গুপ্ত অভিসন্ধিৰে হত্যা কৰি বাঁহগৰীয়া আতন বুঢ়াগোহাঞিক ৰাজমন্ত্ৰীৰ পদত বহুৱায়।

ইফালে দেবেৰাই বৰবৰুৱা পদত অধিষ্ঠিত হৈ কাকো গণ্য নকৰি নিজেই সৰ্বে-সৰ্বা বুলি, ওফন্দি ৰজাক নামত ৰাখি সকলো কাৰ্য নিজৰ হাতলৈ নি স্বইচ্ছাৰে সকলো কাম কৰে। দেবেৰাৰ মই-মতালি ইমান বেছি হ'ল যে আন নালাগে, জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ আইকুঁৱৰীলৈকো চকু দিয়ে আৰু আইকুঁৱৰীক এইদৰে কবলৈ সাহ কৰে, "আইকুঁৱৰীদেও মোৰ ঘৰতে থাকক"। দেবেৰাৰ এনে অসৎ বাক্য শুনি একালৰ মহামান্যা পাটমাদৈ আইদেউতাই খঙত জ্বলি দেবেৰাক কয়, "বন্দী নিশ্চয় তোক কাটিম।" আই-কুঁৱৰীৰ এনে ব্যৱহাৰত লজ্জিত হৈ দেবেৰাই আইকুঁৱৰীকো গুপ্ত-ভাৱে হত্যা কৰি প্ৰতিশোধ লয়। আগতে আলোচনা কৰি অহা হৈছে যে ৰামধ্বজ সিংহ ৰজা হৈয়েই দেবেৰাক বৰবৰুৱা পাতে। প্ৰথমতে ৰজাৰ লগত দেবেৰাৰ ভাল ভাৱ আছিল, দুবছৰ মানৰ পিছত ৰামধ্বজৰ সৈতে দেবেৰাৰ মনোমালিন্য হয়। পিছত দেবেৰাই ৰজা নৰীয়া পৰি থকাৰ সুযোগ লৈ খৰমুজ নামৰ বেজ এটাৰ দ্বাৰাই ঔষধৰ লগত বিহ খুৱাই হত্যা কৰে। তাৰ পিছত ১৬৭৪ চনত চুহুং কোঁৱৰ, ১৬৭৫ চনত তিপামৰ ৰজা নাৰায়ণ গোহাঞিকে ধৰি ক্ৰমে চৈধ্যজন ৰাজকোঁৱৰক চক্ৰান্ত কৰি দেবেৰাই বধ কৰে। একেবাৰে শেষত ১৬৭৬ চনত নামৰূপীয়া ৰজাকো বধ কৰি, ৰামধ্বজৰ ফৈদৰ সকলো কোঁৱৰক শেষ কৰে।

যেতিয়া মোগলে নামনি অসম আক্ৰমণ কৰে তেতিয়া মোগলক ভেটিবৰ কাৰণে উজনিৰপৰা সকলোবোৰ প্ৰধান বিষয়া গৈ গুৱা-হাটীত কোঠমাৰি সষ্টম হৈ থাকে। গড়গাঁৱত সেইসময়ত নিম্ন-খাপৰ বিষয়াসকলহে থাকে। অপাত্ৰত ৰাজ্য শাসন-দায়িত্ব পৰাত বিষয়াসকলে দেশৰ সৰ্বে-সৰ্বা হৈ নিজৰ স্বাৰ্থ পূৰণৰ বাবে ৰজা ভঙা-পতা কৰিবলৈ ধৰে, ফলত দেশত অশান্তিৰ জুই জ্বলে। সেইসকল বিষয়াৰ ভিতৰত দেবেৰাই আছিল প্ৰধান নায়ক। দেবেৰাই ক্ষমতাৰ অপব্যৱহাৰ কৰি ৰজা বুলাই এইদৰেও কয়—,

"আহোমে ৺ছেংদেৱৰ নামত ৰাজ্য খায়, আৰু কাকতৰ কালী আখৰত সকলোকে বান্ধিছে আৰু বণৰ হাতীৰ লগত চয়ন্তা কৰি মানুহ বন্দী হৈ থাকে। এতেকে জান, নামগিলা ছেঙ্গদেৱক পানীত পেলাম, হাটীহঁত মেলিম, কাকতখনিহঁত জুই দিম।"

চামগুৰীয়া কৈদৰ চুহুংক (১৬৭৩ চনত) ৰজা পাতি মোমাই তামুলী বৰবৰুৱাৰ জীয়েকক স্বৰ্গদেৱৰ বৰ আইকুঁৱৰী পাতে, পিছে চুহুংৰজাই দেবেৰাৰ অত্যাচাৰত অতিষ্ঠ হৈ দেবেৰাক বধ কৰি অত্যাচাৰৰ ওৰ পেলাবলৈ গোপনে মন্ত্ৰণা কৰে। পিছত ৰজাঘৰীয়া বেটি এজনীৰপৰা দেবেৰাই এই কথাৰ সম্ভেদ পাই ৰজাক বিহখুৱাই হত্যা কৰে। দেবেৰাৰ অত্যাচাৰত অসহনীয় হৈ শেষত সকলো ডা-ডাঙৰীয়া লগ লাগি মন্ত্ৰণা কৰি বাঁহগৰীয়া আতন বুঢ়াগোহাঞি, লালুকসোলা বৰফুকন আৰু 'শৰাইঘটীয়া' ফুকন, ৰাজখোৱা, হাজৰিকা আদি আগবাঢ়ি গৈ বাঁহগড়ত ৰণ দিয়ে। ৰণত ঘাটি দেবেৰা পলাই খুকুবিল পায়। ডাঙৰীয়াসকলে তাৰপৰা ধৰি আনি ৰজাহাটত উগ্ৰ শাস্তি কৰি ভৰিৰপৰা মূৰলৈকে কোৰৰে চৰিয়াই বধ কৰে।

ৰঙ্গাচিলা ফুকনৰ পুতেক মেচাৰৰ বৰুৱাই ৰামধ্বজ সিংহ স্বৰ্গদেউ আইকুঁৱৰীক আনে, আৰু নিজ কন্যাক চুদৈফা স্বৰ্গদেৱলৈ বিয়া দিয়ে। ৰজাৰ শহুৰ হৈ মেচাৰ গৰ্ব বাঢ়ি প্ৰকাৰান্তৰে ডা-ডাঙৰীয়া-সকলক কথাই-কথাই তিৰস্কাৰ কৰে। আন নেলাগে, মেচাই প্ৰতিভাশালী ৰাজমন্ত্ৰী আতন বুঢ়াগোহাঞিকো উপহাস কৰিবলৈ কুণ্ঠাবোধ নকৰে। ঘটনাক্ৰমে মেচা বৰবৰুৱাই কাঁৰি লাহোৰৰ কুঁৱৰীক নিয়াত স্বৰ্গদেৱে বিচাৰৰ ভাৰ নিষ্পত্তি কৰিবলৈ বুঢ়া-গোহাঞিক আজ্ঞা কৰে। "দেৱে শুনি বুঢ়াগোহাঞিক সুধিব দিলে, বোলে আমাৰ কুঁৱৰী যদি নিব লাগিল সিনো কোন ৰজাৰ বংশ?" বুঢ়াগোহাঞিয়ে বিচাৰত মেচাক দোষী পাই বৰবৰুৱা ভাঙি চক্ৰপাণিক বৰবৰুৱা পাতে। সেইকথাত মেচাই মৰ্মান্তিক বেজাৰ

পাই বুঢ়াগোহাঞিৰ ওপৰত প্ৰতিশোধ লবৰ মনেৰে গুৱাহাটীলৈ পলাই গৈ বুঢ়াফুকনৰ লগ লাগেগৈ আৰু বুঢ়াগোহাঞিৰ বিৰুদ্ধে ভালেমান কটুকথা লগাই বৰফুকনক উত্তেজিত কৰি তোলে। ইফালে ১৬০০ শঁকৰ বহাগত স্বৰ্গদেৱক চুৰিৰে বাওঁহাতৰ আঙুলি ছেদ কৰি, হাতত, পিঠিত, তলুৱাত আৰু মূৰত ঘৈয়াই জখম কৰে। এই কাৰ্যৰ মূলত ভঙা বৰবৰুৱা মেচাৰ বুলি সন্দেহ কৰা হ'ল। মেচাৰ কথা শুনি বৰফুকনে বোলে, "আমি দেখো গুৱাহাটী গড়ত শত্ৰুৰ সন্মুখ হৈ ৰহিছোঁ। মাজ ৰাইজত গড় বান্ধে কালৈ? আমালৈহে বান্ধে।"

মেচাৰ কথাত পতিয়ন গৈ উজনিত বাঁহগৰীয়া বুঢ়াগোহাঞিৰ ক্ষমতা নিজৰ হাতলৈ অনাৰ অভিপ্ৰায়ে, বঙ্গদেশত থকা মনচুৰ খাঁ নবাবলৈ তিনিটা কটকী পঠাই মনচুৰ খাঁৰ যোগেদি অসম আক্ৰমণ কৰোৱাই পিছত নিজে অসমৰ ৰজা হৈ থকাৰ অপচেষ্টা কৰে। সেই অভিপ্ৰায়ে বৰফুকনে মনচুৰ খাঁ নবাবৰ ওচৰলৈ পঠোৱা দূতৰ আগত কৈ পঠায় বোলে—"উত্তৰে দক্ষিণে দশমান ঘোঁৰা, পানীয়ে ডুকুৰিমান নাও আহি শৰাইঘাটত দেখা দিয়কহি। বুঢ়া-ফুকনে গড় এৰি উজাই যাবগৈ; কিন্তু সলাল বৰফুকনক অসমৰ অধিকাৰী পাতিব লাগিব।" পিছে দূতৰ আগত পাৎচাজাদাই জনায় বোলে—"মই কবুল কৰিলো অৱশ্যে মামুক (সলাল বৰফুকন) অচমৰ ৰাজ্যৰ অধিকাৰী কৰিম।" গুৱাহাটীৰ গড় এৰি দিবৰ কাৰণে চাৰি লাখ টকাকো দিম বুলিলে। (তুঃ বুঃ পৃঃ ৯)

বুঢ়াফুকনে মনচুৰ খাঁৰ ওচৰলৈ পঠোৱা দূত ঘূৰি আহি সকলো কাৰ্য সিদ্ধিৰ বিষয়ে জনায়।

বঙাললৈ মানুহ পঠোৱাৰ কথা শৰাইঘটীয়াসকলে জানি, সকলো-কথা উজনিৰ বুঢ়াগোহাঞিলৈ খবৰ পঠিয়ায়। বুঢ়াগোহাঞিয়ে এই বাৰ্তা পাই দেৱত জনায় বোলে, "বৰফুকন জ্ঞানন্তা মানুহ। ই কথা কিয় কৰিব? যি মানুহে সিবোৰক কৈছে সেয়েহে মিছা

কৈছে। গুৱাহাটী আৰু চামধৰা এই দুই ঠাইত পিছলিলে বহিব ঠাই নেদেখোঁ।” এই বুলি স্বৰ্গদেৱৰ আজ্ঞা লৈ তুলসীজান পৰ্বতৰ-পৰা দিহিঙ্গত লগাই গড় বন্ধালে আৰু সেই গড়ৰ নাম থলে ‘লাইমতী’। বৰ্ত্তমান লাইমতী গড় চিন্তামণি গড় বুলি জনাজাত।

ইতিমধ্যে বুঢ়াগোহাঞিয়ে খনিকৰ বৰুৱাক পঠায়, আৰু বোলে—, “ভাল জনাইছে, নিশ্চয় হ’লে আমিও গুৱাহাটীলৈ যাম, আনো-সকলো যাব। পাংচাৰ বেটাই আহক বা পাটচাঙ্গাদাই আহক কিয় এৰি দিম?” এই বুলি নিশ্চয় বুজিবৰ কাৰণে খনিকৰ বৰুৱাক পাচে। (তুঃ খুঃ বুঃ পৃঃ ১০)

ইফালে সন্দাল বৰফুকনে স্বৰ্গদেৱৰ আদেশৰ অপেক্ষা নকৰি আজমতবাৰ লগত মিল হৈ ১৬০০ শঁকৰ ১৫ ফাগুনত গুৱাহাটীৰ গড় এৰি নামনি অসমৰ কলিয়াবৰলৈকে উজাই আহে। এওঁ কলিয়াবৰ পাই, তেওঁৰ কাৰ্যত দায় ধৰি ভালেমান বা-বিষয়াক ভগা-পতাও কৰে। বৰফুকনৰ এনে নীচ আচৰণৰ কাৰণে ৰজা ডা-ডাঙৰীয়া সকলোটি অসন্তুষ্ট হৈ স্বৰ্গদেৱে তিনিজনা ডাঙৰীয়াক শীঘ্ৰে গুৱাহাটীলৈ পাচে। লালুকসোলা বৰফুকনে এই কথাৰ সন্তেদ পাই তেওঁৰ ফলীয়া মানুহ লৈ কলিয়াবৰতে ডাঙৰীয়াসকলক বেঢ়ি ধৰেগৈ। আতন বুঢ়াগোহাঞিয়ে নিৰুপায় হৈ বিশ্বনাথৰপৰা লুইত পাৰ হৈ উত্তৰে লেজুবাজত ৰামৰায় ৰাজখোৱাৰ ঘৰৰপৰা সাতশৈয়াইদি নগাঁওলৈ যাবলৈ ধৰোঁতেই, বুঢ়াফুকনে তেওঁক তাতে বন্দী কৰে, আৰু পিছত আতন বুঢ়াগোহাঁঞিৰ ককায়েক নাওবৈচা ফুকন আৰু পুতেক লনখাম ডেকাক একেলগে কলিয়াবৰত সন্দাল বৰগোহাঞিৰ বাৰীত খোনা গোহাঞি চাওদাং বৰুৱাৰ দ্বাৰাই বধ কৰায়। বুঢ়াগোহাঁঞি প্ৰমুখ্যে আৰু ভালেমান ডা-ডাঙৰীয়াক নিজৰ ক্ষমতাৰে বধ কৰা কথা শুনি চুদৈফা স্বৰ্গদেৱে গড়গঞা সন্দিকৈৰ পুতেক ভাতধৰাক ফুকন পাতি লালুকক বন্দী কৰিবলৈ কলিয়াবৰলৈ পঠিয়ায়। বৰফুকনৰ ভায়েক ভাতধৰাই দূতৰ মুখে স্বৰ্গদেৱলৈ জনালে বোলে—

"মই ভাতধৰাক বৰফুকন পাতিলোঁ, বুঢ়াক গুচালোঁ।" এই বুলি বুঢ়াফুকনৰ ভায়েক মৰঙীখোৱা বৰবৰুৱাক গড়গাঁওতে বন্দী কৰে। বৰবৰুৱা পলাই গৈ কলিয়াবৰত ককায়েকক সকলো বৃত্তান্ত ক'লেগৈ। তাকে শুনি বুঢ়াফুকনে গড়গাঁওলৈ আহি ১৬০০ শঁকত চুদৈফা পৰ্বতীয়া ৰজাক বন্দী কৰে আৰু পিছত কেইজনমান বিষয়াৰ লগ লাগি চক্ৰান্ত কৰি পৰ্বতলৈ নি বিষ খুৱাই হত্যা কৰে। ( তুঃ বুঃ )

চুদৈফাৰ মৃত্যুৰ পিছত বুঢ়াফুকনে নিজৰ নিৰ্বাচন মতে চুলিক্ফাক ( সৰুগোহাঞিৰ ) ১৬০১ শঁকত আঘোণৰ ৫ দিন যাওঁতে কাৰেঙৰ দক্ষিণ-পশ্চিম কোণে চূণপুৰাৰ ওচৰত নাওশালত ৰজা পাতে। হিন্দুমতে চুলিক্ফাই ৰত্নধ্বজ সিংহ নাম লয়। এওঁক ৰজা পাতিয়েই বুঢ়াফুকনে তেওঁৰ পাঁচবছৰীয়া জীয়েকক বিয়া দি বৰকুঁৱৰী (?) পাতে আৰু ভায়েক ভাতধৰাৰ বাৰবছৰীয়া জীয়েকক স্বৰ্গদেৱলৈ বিয়া দি পৰ্বতীয়া কুঁৱৰী পাতে। ( তুঃ বুঃ পৃঃ ৭, ১২ )

সলাল বৰফুকন ৰজাৰ শহুৰেক হৈ ৰজাৰ সকলো ক্ষমতা নিজৰ হাতলৈ আনি সৰ্বে-সৰ্বা হৈ পৰে। দেশত অপায় অমঙ্গল গুচোৱাত বৰদেওধায়ে ৰজাক শদিয়াৰ কেঁচাইখাতীলৈ নৰবলি আগবঢ়াব লাগে বুলি জনায়। স্বৰ্গদেৱে বুঢ়াফুকনক বলিৰ মানুহ বিচাৰিবলৈ আজ্ঞা কৰে। বুঢ়াফুকনৰ ঘৰত ভোতাই নামেৰে এটা ঘৰবনুৱা সাহসী ডেকা আছিল। ঘটনাক্ৰমে এদিন বৰফুকনৰ ঘৰত এটা ভালুক সোমোৱাত, ভোতায়ে ভালুকটোৰ মুখেদি তৰোৱাল ভৰাই পেট ফালি অকলে বধ কৰে। ভোতাইৰ এনে সাহ-পিত দেখি, বৰফুকনে তাক শদিয়াৰ কেঁচাইখাতীকে বলি দিবলৈ গোপনে ঠিক কৰে। ভোতায়ে নৰ্গঞা শইকীয়া ভিতৰুৱাল গা-চোৰা বেটীৰ মুখে এই কথাৰ সম্ভেদ পাই, বৰফুকনৰ অত্যাচাৰ সহ্য কৰিব নোৱাৰি আঘোণা কছাৰী আৰু মাধৱ তামুলী নামৰ আন দুজন ডেকাৰ সহায়ত ( ১৬০২ শঁক ) আঘোণৰ মঙ্গলবাৰে সলাল বৰফুকনক ৰাতি শোৱা-বিচনাতে সোলোঙাৰে খুচি বধ কৰে। পিছত ফুকন, বৰুৱা

আদি ডা-ডাঙৰীয়া ল'গ লাগি বৰফুকনৰ তিনিজন পুতেক আঙ্গাৰা খোলুকা, জগৰা আৰু ছুই ভায়েককো বধ কৰে। ( টাই বুৰঞ্জী, পৃঃ ২৫ )

ইয়াতে ফুকনৰ লগৰ মাধৱ তামুলী, আঘোণা আৰু ভোতায়ে আলচ কৰি বোলে, "বছৰি দেওলৈ ভাল মানুহবোৰ দিব লাগিলে হেন্দুৰ ভাল মানুহ কেনেকৈ ৰ'ব ?" এইবুলি তিনিটাই যোত্ৰ হৈ ৰাতি বুঢ়াফুকনক খাটতে খুচি মাৰিলে, ১৬০২ শকত আঘোণৰ দহ দিন যাওঁতে মঙ্গলবাৰ ৰাতি। ( তুঃ বুঃ পৃঃ ১৩ )

বুঢ়াফুকনৰ অত্যাচাৰ সহ্য কৰিব নোৱাৰি সকলো ডা-ডাঙৰীয়া লগ লাগি গোপনে ষড়যন্ত্ৰ কৰি ভোটাই ডেকাৰ হতুৱাই ৰাতি শোৱা বিচনাতে বধ কৰায়। ( কামৰূপ বুৰঞ্জী পৃঃ ১০১ )

সলাল ফুকনৰ মৃত্যুৰ পিছত ভায়েক ভাৰধৰাক বৰফুকন পাতে, কিন্তু এওঁ প্ৰাণৰ সংশয়ত বঙ্গদেশলৈ পলাই যায়। (তুঃ বুঃ )

অসমৰ পদ্য-বুৰঞ্জীত এইদৰে উল্লেখ আছে—

"মাধা ভোটায়ে, আলাপ-বুঢ়া, সোলাক মাৰিলা।
ভাতৃ ভাৰ্ধৰাক বৰফুকন পাতিলা॥
তভো তাহানেসে মনে মুগুচিল ডৰ।
পলাই যাই বহিলেক বঙ্গালৰ পাৰ॥" (পদ্য-বুৰঞ্জী পৃঃ ৬)

চুলিকফাই ৰাজপাটত বহিলেও, প্ৰকৃততে ৰাজ্যৰ শাসন স্বেচ্ছাচাৰী আৰু দুৰ্বল মনৰ বিষয়াসকলৰ হাততেই ৰ'ল। সেই সময়ত ৰজাৰ ফৈদবোৰত ৰজা হব পৰা ভালেমান উপযুক্ত কোঁৱৰ আছিল। চুলিকফাই পূৰ্বৰ ৰজাসকল ৰাজপাটত উঠি অকালতে প্ৰাণ হেৰুৱাৰ কথা জানি, তেওঁ ৰাজ-সিংহাসন নিষ্কণ্টক কৰিবলৈ উপায় চিন্তা কৰে আৰু তাৰ সু-ৰক্ষণৰ উদ্দেশ্যে ডা-ডাঙৰীয়াসকলৰ লগত গুপুত মন্ত্ৰণা কৰি ৰজা হ'ব পৰা সকলোবোৰ যোগ্য কোঁৱৰক এজনৰ পিছত আনজনকৈ গোপনে চোৰাংচোৱা পঠায় বধ কৰে আৰু ভালেমান কোঁৱৰক অঙ্গক্ষত কৰি ৰজা হবৰ অযোগ্য কৰে। এনে

গৰ্হিত কাৰ্যৰ পৰিণতি স্বৰূপে অকালতে ভালেমান কোঁৱৰে প্ৰাণ হেৰুৱাব লগা হয়। সেই সময়ত ৰজা হ'ব পৰা কৈদবোৰৰ ভিতৰত তুংখুঙীয়া ফৈদৰ গদাপাণি নামেৰে এজন বাহুবলী কোঁৱৰ আছিল। আন আন ফৈদৰ কোঁৱৰসকলক বধ কৰাৰ পিছত, চুলিক্‌ফাই গদাপাণিৰ ওপৰতো চকু দিয়ে আৰু তেওঁকো বধ কৰিবলৈ গোপনে চোৰাংচোৱা পাচে। গদাপাণি বৰ বাহুবলী; এওঁ এনে বাহুবলী, তুইচাৰিজন চোৱাংচোৱাই তেওঁক বধ কৰক চাৰি, কাষ চপাই টান। গদাপাণিক ধৰিবলৈ পঠোৱা ভালেমান চোৱাংচোৱাই তেওঁৰ হাতত প্ৰাণ হেৰুৱাব লগীয়াও হয়।

চুলিক্‌ফা ৰজা হোৱাৰ পিছত দৈৱক্ৰমে এজন জ্যোতিষীয়ে তেওঁৰ ৰাজপাট স্খলন আৰু অপমৃত্যু তুংখুঙীয়া ফৈদৰ গোবৰ ৰজাৰ পুত্ৰ গদাপাণিৰপৰা আছে বুলি ভৱিষ্যত-বাণী কয়।

"The astrologers intimated to Sulikpha Lora Raja that his destruction would come from prince Godapani, and hence the pursuit of Godapani was taken up so vehemently and obstinately, and even by attempting to extract clues to his wherabouts by torturing his wife 'Jaymati Khuari'."

( Introduction : Tungkhungia Buranjee, XIX )

এই কথাত চুলিক্‌ফা অতিশয় আতঙ্কিত হৈ যেই কোনো প্ৰকাৰে গদাপাণিক ধৰি নিৰ্মমভাৱে বধ কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হয়, আৰু প্ৰকাৰান্তে গদাপাণিক ৰাজদ্ৰোহত পেলাই তেওঁৰ বিৰুদ্ধে কঠোৰ তদন্ত চলাই বিশ্বাসী দক্ষিণপটীয়া গাঠি হাজৰিকাক লগত সৰহ সেনা নিয়োগ কৰি ধৰিবলৈ আদেশ দিয়ে। ল'ৰা-ৰজাই নিয়োগ কৰা সৰহীয়া সেনাৰ লগত গদাপাণিয়ে যেৰ মৰা নিৰাপদ নহয় যেন ভাবি, তেওঁৰ পত্নী জয়মতী আৰু আন ভালেমান শুভাকাঙ্খী আত্মীয়-স্বজনৰ অনুৰোধত নগৰ এৰি পলাই যাবলৈ 'বাধ্য হয়। তেওঁ প্ৰথমতে নিজ ঠাই তুংখুঙৰপৰা পলাই গৈ

কিছুদিন ছদ্মবেশে ঘূৰি-ফুৰি, পিছত মেটেকাৰ বগী পোহাৰীৰ ঘৰত আত্মগোপন কৰি থাকে। তাত কিছুদিন থকাৰ পিছত ৰজাৰ চোৰাংচোৰাৰপৰা সেই ঠাই নিৰাপদ যেন নেদেখি তাৰপৰা উজাই গৈ নামৰূপেদি নগা পৰ্বতলৈ পলাই যায়। গদাপাণি ল'ৰা-ৰজাৰ ভয়ত আত্মগোপন কৰি থকা কালত ক'ত আৰু কোন ঠাইত আশ্ৰয় লৈ থাকে, সেই বিষয়ে সঠিক তথ্য একাদিক্ৰমে দাঙি ধৰা টান। সম্ভৱ তেওঁ কিছুদিন নিজ ৰাজ্যত থাকিহে পিছত নগা পৰ্বতলৈ যায়। তেওঁৰ নিৰুদ্দেশ সম্বন্ধে তুংখুঙ্গীয়া বুৰঞ্জীত ১৩ আৰু ১৪ পৃঃত এইদৰে উল্লেখ আছে—

"ৰজাৰ বংশত বিচাৰ লাগিলত ভয় হৈ ঘৰ-বাৰী, ভাৰ্য্যা-পুত্ৰ এৰি পলাই উত্তৰ, দক্ষিণ, পৰ্ব্বত হাবি নানা গ্ৰাম দেশ-বিদেশত ফুৰিল।"

ইয়াৰপৰা স্পষ্ট বুজিব পাৰি যে গদাপাণিয়ে তুংখুঙ্গৰপৰা পলাই গৈ কিছুদিন দেশে-বিদেশে অনাই-বনাই ঘূৰি-ফুৰাৰ পিছতহে তেওঁ নগা পৰ্বতলৈ যায়।

তামুলী ফুকনৰ বুৰঞ্জীৰ মতে গদাপাণিয়ে তেওঁৰ ভাৰ্যা জয়মতীৰ সৈতে পলাই গৈ অটব্য অৰণ্যত গছৰ পাতেৰে ঘৰ কৰি থাকে, যেনে, "পলাই গৈ তেওঁৰ ভাৰ্য্যা গাভৰু সহিতে অটব্য অৰণ্যত সোমাই আছিল, তাতে এটি সৰু ঘৰ গছৰ পাতেৰে কৰি কাল যাপন কৰি আছিল।" ল'ৰা-ৰজাৰ সৈন্যে পোৰাত গদাপাণি ভাৰ্যাৰ অনুৰোধ এৰাব নোৱাৰি তাৰপৰা পলাই যায়।

ল'ৰা-ৰজাই বহুত চেষ্টা কৰিও গদাপাণিৰ কোনো শুং-সূত্ৰ নেপাই বিফল-মনোৰথ হৈ শেষত তেওঁ চাওদাং পঠিয়াই পত্নী জয়মতীৰপৰা গদাপাণিৰ সম্ভেদ উলিয়াবলৈ বিচাৰে। জয়মতীয়ে গদাপাণিৰ বিষয়ে কোনো সম্ভেদ নিদিয়াত ল'ৰা-ৰজাই ৰাজদণ্ডত অপৰাধিনী বুলি অন্যায় ভাৱে তেওঁক ৰাজসভালৈ বন্দী কৰি আনিবলৈ আদেশ দিয়ে। ৰাজসভালৈ আনি ল'ৰা-ৰজাই জয়মতীক তেওঁৰ স্বামীৰ সন্ধান দিবলৈ কয়। জয়মতীয়ে কিন্তু স্বামীৰ সন্ধান

দিবলৈ সদৰ্পে অস্বীকাৰ কৰে। ল'ৰা-ৰজাই বহুত চেষ্টা কৰিও জয়মতীৰপৰা গদাপাণিৰ কোনো বাতৰি উলিয়াব নোৱাৰি শেষত চাওদাংৰ হতুৱাই শাস্তি দি বাতৰি উলিয়াবলৈ আদেশ দিয়ে। ৰজাৰ আদেশ অনুসৰি চাওদাঙে জয়মতীক কঠোৰ শাস্তি বিহি চলে-বলে-কৌশলে গদাপাণিৰ সন্ধান লবলৈ বিচাৰে। জয়মতীয়ে চাওদাঙৰ সকলো অত্যাচাৰ নীৰৱে সহ্য কৰি গদাপাণিৰ বিষয়ে সন্ধান দিয়ক চাৰি এষাৰ কথাকো নক'লে।

সেই যুগত ৰাজনৈতিক অত্যাচাৰত জুৰুলা হোৱা অসম দেশ-বাসীক কেনেকৈ ৰক্ষাকবচ দিব পাৰে সেয়ে আছিল জয়মতীৰ পণ। সেই পণ সাৰোগত কৰিয়েই জয়মতীয়ে দেশৰ আৰু জাতিৰ মহান স্বাৰ্থৰ উদ্দেশ্যে সত্যক আশ্ৰয় কৰি চাওদাঙৰ সকলো মৰণ-যন্ত্ৰণা অকাতৰে নেওচি মৃত্যুক হেলাৰঙ্গে আকোঁৱালি লয়। জয়মতীৰ দৃঢ়বিশ্বাস আছিল যে, অসমত দীৰ্ঘদিন প্ৰৱৰ্ত্তন হোৱা স্বেচ্ছাচাৰী শাসন নিৰ্মূল কৰি দেশৰ শান্তি সম্প্ৰীতি প্ৰৱৰ্ত্তন কৰিব পৰা ৰাজশক্তি গদাপাণিৰ বাহিৰে দ্বিতীয়জন শাসক সেইসময়ত নাই।

সেইদৰে জয়মতী কুঁৱৰী ১৭৭৯ শঁকৰ ১৩ চ'তৰ শুক্লা একাদশী তিথিত সেই শাস্তিতে মৃত্যু হয়।

জযমতীক শাস্তি কৰি বধ কৰাৰ সম্পৰ্কে তুংখুঙ্গীয়া বুৰঞ্জীত এইদৰে উল্লেখ আছে—

"বুঢ়াৰজাক ( গদাপাণিক ) বিচাৰি নেপাই ঘৰিণীয়েকক পাই শাস্তিতে মাৰিলে দক্ষিণপটীয়া গিদাগাঠিয়ে।"

আন এখন বুৰঞ্জীত এইদৰে উল্লেখ আছে—

"পূৰ্ব্বে বুঢ়াফুকনৰ ভয়ত ( গদাপাণিয়ে ) দুইজনা গোহাঁইক নগাচাঙ্গত থৈছিলে। গৰ্ভে সহিতে আইকুঁৱৰীদেৱেও শাস্তিতে মৰিল।"

কাশীনাথ তামুলীফুকনৰ আসাম বুৰঞ্জীত আকৌ এইদৰে উল্লেখ আছে—

"পৰম্পৰ লোকৰ মুখে শ্ৰুত আছে যে নেজাল নেজাল কোৰ

তপত কৰি গাভৰুৰ পিঠিৰ ওপৰত ভক্ ভক্ কৰি উতলে। গাভৰুৱে চিৎকাৰ কৰে। কোঁৱৰে চিৎকাৰ শুনি অল্পমতে ক্রন্দন কৰে। গাভৰু অনুমানে জানি শাস্তি ভোগ কৰোঁতেই চিৎকাৰ কৰি বোলে, 'কোন পুৰুষ স্ত্ৰীৰ লগত মৰে? আন্তৰ হ', কলৈ গ'ল মই নেজানো।' এবং পুনৰ পুনৰ শাস্তি কৰোতে গাভৰু মৰিল। চিৎকাৰ নাইকিয়া হ'ল।"

"লোকসকলে গাভৰুক ধৰি কোঁৱৰৰ কথা সোধাত, কলৈ গ'ল মই নেজানো বুলি কোৱাত পাপিষ্ঠ নিষ্ঠুৰ ও নিৰ্দয় লোকসকল গাভৰুক ধৰি শাস্তি কৰি বধ কৰে।" (তাঃ ফুঃ বুঃ পৃঃ ৫৪)

ওপৰত উল্লেখ কৰা বুৰঞ্জীৰ তথ্যৰপৰা স্পষ্ট জানিব পাৰি যে ল'ৰা-ৰজাই গদাপাণিক বিচাৰি নেপাই তেওঁৰ পত্নী জয়মতীক গৰ্ভাৱস্থাত গাঠি হাজৰিকাৰ হতুৱাই উগ্ৰ শাস্তি কৰি বধ কৰে। জয়মতীৰ শাস্তি অতি ভীষণ আৰু অমানৱীয়, অমানুষিক : সেইবিষয়ে নেজাল কোৰ তপতাই পিঠিত লগোৱাৰ কথাই উগ্ৰ শাস্তি কৰি বধ কৰা কথা বুৰঞ্জীত উল্লেখ আছে।

অসমৰ পদ্য-বুৰঞ্জী পৃঃ ১৬৩—ল'ৰা ৰজাৰ দূতে জয়মতীক ডিঙিত চেপি বধ কৰে বুলিও উল্লেখ আছে।

"গলে চেপিলেক দূতে মৰি গৈলা প্ৰাণ।
ৰাখিলা স্বামীক আপুনাৰ দিয়া জান॥"

অধ্যাপক মাণিকচন্দ্ৰ বৰগোহাঞিয়ে, আজি কিছুদিনৰ আগতে জয়মতী কুঁৱৰীৰ শাস্তিৰ বিষয়ে বৰ্ণনা থকা কেইটামান পুৰণি জনগীত উদ্ধাৰ কৰি 'জয়মতী কুঁৱৰী' নামৰ প্ৰবন্ধত দাঙি ধৰে। জনগীত কেইটাত ল'ৰা-ৰজাৰ চাওদাঙে একেৰাহে পোন্ধৰ দিন শাস্তি কৰি বধ কৰে বুলি উল্লেখ আছে।

অসমৰ পদ্য-বুৰঞ্জীত জয়মতীৰ লগত, তেওঁৰ এটি কন্যাও বন্দী কৰি নিয়ে আৰু পিছত ৰাজ-আদেশ অনুসৰি মাকৰ লগতে কন্যাটিকো চাওদাঙে শাস্তি কৰি বধ কৰে।

"ৰজা বোলে হোক নাপালিহি ফিৰি ঘূৰি।
শীঘ্ৰে কৰ্হি আন যাই ভাৰ্য্যা পুত্ৰী ধৰি॥"
"একখানি জীয়া আছে বহু আদৰৰ।
পিতৃৰো আছিল স্নেহ কন্যাতেসে বৰ॥"
"ৰাজকুমাৰীকো শাস্তি মাতৃৰ লগত।
দেখায়া দিয়োক তোমাসাৰ পিতৃ কৈত॥"
"বোলে কুমাৰীয়ে পিতা কৈক লাগি যায়।
নেপাইলোঁহো দেখা মই আছিলোঁহি শুই॥"
"নভৈলেক মায়া কিছু দণ্ড কৰ ধৰি।
সহিবে কিমতে তিনি দিনে গৈলা মৰি॥"

উক্ত কথাফাঁকিৰপৰা বুজিব পাৰি, জয়মতীৰ এটি বুজন কন্যাও আছিল আৰু মাকৰ লগতে কন্যাটিও শাস্তিত মৰে। পদ্য-বুৰঞ্জীৰ আন এঠাইত কন্যাটি থকাৰ বিষয়ে এইদৰে ইঙ্গিত আছে—

"স্নেহৰ জীয়ৰী খনি ভাৰ্য্যা আদৰৰ
মা-জীয়া দুই-হানকো কটা যদি তুমি।"

জয়মতীৰ বুজন কন্যাটিৰ বাহিৰেও গৰ্ভস্থ সন্তানটিৰ সৈতে তেওঁৰ মুঠ চাৰিটি সন্তান থাকে। তুংখুঙ্গীয়া বুৰঞ্জীত জয়মতীৰ সগৰ্ভা অৱস্থাতে শাস্তিত মৃত্যু হোৱা বিষয়ে এইদৰে উল্লেখ আছে—

"পূৰ্বে বুঢ়াফুকনৰ ভয়ত দুইজনা গোহাঞিক নগাচাঙত থৈছিল। গৰ্ভে সহিতে আইকুঁৱৰীদেও শাস্তিতে মৰিল।" জয়মতীৰ দুটি সন্তান লাই আৰু লেচাইক নগাপাহাৰত নিৰাপদে ৰখাৰ কথাও জানিব পাৰি। (তুঃ বুঃ পৃঃ ১৪)

পদ্য-বুৰঞ্জীৰ আন এঠাইত (পৃঃ ৪০), জয়মতীৰ পুত্ৰ-সন্তান দুটিৰ বিষয়ে এইদৰে উল্লেখ আছে—

"আয়ুপাত ভৈল পৰলোকে গদাধৰ।
লাই-লেচাই দুই পুত্ৰ ৰৈলা তাৰ॥"

গদাপাণিয়ে নিজ ঘৰ তুংখুঙ্গ এৰি যোৱাৰ পিছত তেওঁ নিজ দেশৰ

ভালেমান ঠাইত আশ্ৰয় লৈ থকাৰ কথাও বুৰঞ্জীত পোৱা যায়। তেওঁ পলায়ন কালত নিজদেশৰ ভিতৰত ক'ত আৰু কোন ঠাইত আশ্ৰয় লয়, সেই বিষয়ে একাদিক্ৰমে সঠিক তথ্য ডাঙি ধৰা টান

"গদাপাণি তুঙ্গখুঙ্গ এৰি যোৱাৰ পিছত প্ৰথমতে মেটেকাৰ বগী বৰপোহাৰীৰ ঘৰত আশ্ৰয় লয়, তাৰ পিচত সেই ঠাইত ৰজাৰ চোৰাংচোৱাৰপৰা নিৰাপদ যেন নেদেখি, তাৰপৰা সহায় বিচাৰি নগা পৰ্ব্বতৰ ফালে যায়।"

( অঃ বুঃ গোহাঞিবৰুৱা, পৃঃ ৬১ )

গদাপাণি এবাৰ দক্ষিণপটীয়া সত্ৰৰ ছোট বনমালী বাপুৰ সত্ৰত কেইজনমান লগত লৈ আশ্ৰয় লোৱাৰ কথাও বুৰঞ্জীত পোৱা যায়।

"গদাপাণি কোঁৱৰে এনে দুখেৰে ফুৰি পিছে ৰাজমাই ভাগৰ বৰটেকেলা শিলমণিয়া নিৰণ, ধনুৰ্চোচা ৰামধন, এই দুইক লগত সহায় লৈ গড়গঞা সন্দিকৈফুকন, পেলন বৰবৰুৱাৰ পুতেক চাৰিঙ্গীয়া ফুকন, এই দুইজনাৰ সম্মতিৰে উত্তৰকোলৰ কলাবাৰীত দক্ষিণপটীয়া ছোট বনমালী বাপুৰ সত্ৰত থাকিল। তাঞো সম্মতি দিলে লান্‌মখাৰু চেতিয়াৰ নাতি বন্দৰ বৰফুকনক বুজাবৰ কাৰণে। তাঞি কথা ভৰসা নিদিলে, আপোনাৰ সেৱক ৺চামগুৰীয়া নষ্ট যায় হেন দেখি। সামান্য ৰূপে ৰোজ-বাজ দি সোধা-পোচা কৰি উদাসীনৰ হাতীৰ বাজে ৰাখিলে।"

গদাপাণি এবাৰ পান-বেপাৰীৰ ছদ্মবেশে ৰমণী নামৰ আন এজনী পোহাৰীৰ ঘৰত আশ্ৰয় লৈ থকাৰ কথাও উল্লেখ আছে—

"গদাক বিচাৰি ফুৰে চাৰিও দিশতে
বেশ ছন্ন কৰি আছে পায় কেনমতে॥"
"এক সাঞ্জে খাৱে যাই নদী নিকটত।
নিশাগোট বঞ্চি থাকে ৰমণী ঘৰত॥"

পিছত গদাপাণি ৰজা হৈ পোহাৰীৰ বদান্যতাত সন্তোষ হৈ ৰমণীক বৰপোহাৰী পাতে আৰু তাইৰ নাম যুগমীয়া কৰি 'ৰমণী

ৰজাৰ' নামেৰে এখন বজাৰো উচৰ্গা কৰে। আজিকালি 'চন্তক' বজাৰ খনেই সেইযুগৰ ৰমণী বজাৰ।

"বুলিলেক গদাধৰে শুনিয়োক বাই।
তোক বৰপোহাৰী পাতিয়া দিলো মই॥
তোহাৰেসে নামে হৈবে ৰমণী বজাৰ।
সৰ্ব্বলোকে বেহাইবেক তোক দিলো ভাৰ॥
ৰমণী বজাৰ নামে ভৈলা সেহি দিন॥"

( অঃ পদ্য-বুৰঞ্জী, পৃঃ ৩৭-৩৮ )

গদাপাণি কিছুদিন ছদ্মবেশেৰে ঘূৰি-ফুৰি নাজিৰাৰ সোণামুৱা ময়ুৰ মজুমদাৰ বৰুৱাৰ ঘৰতে আশ্ৰয় লয়। ময়ুৰ মজুমদাৰে গদাপাণিৰ আদি-অন্ত সকলো কথা জানি গোপনে তেওঁক নিজৰ বৰঘৰৰ ভিতৰত লুকুৱাই ৰাখে; আৰু প্ৰতিদিনে গদাপাণিৰ বিৰুদ্ধে ৰজাৰ বৰচ'ৰাত আলচ কৰা গোপন আলোচনাৰ বুজ লৈ আহি কোঁৱৰক জনায়। এইদৰে ৬ মাহ মান গদাপাণি থকাৰ পিছত, মজুমদাৰ বৰুৱা বিপদত পৰে বুলি শঙ্কা কৰি, তেওঁ ভটিয়াই যাওঁ বুলি তাৰপৰা ওলাই যায়। যাবৰ সময়ত কোঁৱৰে কৈ যায় যে— যদি দৈবাৎ তেওঁ ৰজা হ'ব পাৰে তেওঁক গোপনে আশ্ৰয় দি প্ৰতিপালন কৰি ৰখাৰ ধাৰ শুজিব।

"মই অনেক দিন তোমাৰ ঘৰত নগৰতে আছো। নিতে নিতে মোৰ বিচাৰ হৈ আছে, যদি কেনেবাকৈ জানে মোকো, কাটিব তোমাকো পৰিবাৰে কাটিব। এতেকে মই ভটিয়াই যাওঁ।" বুঢ়া মজুমদাৰে ক'লে, "গোহাঞিদেও মই যোৱা এনে বুলিব নোৱাৰো। আপোনাৰ জন্যে মোক সপৰিবাৰে ল'ৰা-বজাই কাটে মাৰে যি কৰে কৰোক।" ( তাঃ ফুঃ বুৰঞ্জী, পৃঃ ৫৫-৫৬ )

গদাপাণিৰ পলায়ন কালত এবাৰ এজন মানুহে টঙ্গীত কোৰ-মাৰি থাকোতে গদাপাণিক—"তুমি কোন? ৰজাৰ লক্ষণ দেখো ও ৰজা হবা।" বুলি সোধাত গদাপাণি ভয় খাই নিজৰ পৰিচয় দি

"কত ৰক্ষা পৰিম আৰু কেতিয়া ৰজা হম ?" বুলি সোধে। মানুহ-জনে তেতিয়াই গণনা কৰি কলে, "৬ মাহমান এই ঠাইত গোপনে থকা, পিছত তাৰপৰা ভটিয়াই গৈ অমুক শঁক তাৰিখে ভাটীতে ৰজা হৈ আহিবা।" গদাপাণিয়ে বোলে, "যদি মই ৰজা হ'ব পাৰোঁ, তোমাক ভাল মানুহ কৰিম," এই বুলি আশ্বাস দি তাৰপৰা আঁতৰি যায়। ( তাঃ ফুঃ বুৰঞ্জী, পৃঃ.৫৫ )

আন এঠাইত গদাপাণি পলাই ফুৰা সময়ত ল'ৰা-ৰজাৰ সৈন্যই আগুচি ধৰাত কেইগৰাকীমান গাভৰুৱে তেওঁক কেনেকৈ বিপদৰ-পৰা ৰক্ষা কৰে তাৰ উল্লেখ আছে—

"ৰহাত ৰহদৈ তিপামত ভাদৈ
শলগুৰিত আঘোণী বাই
তিনিৰো ডিঙিত ধৰি তিনিও কান্দিলে
সমন্ধত একোৱে নাই।"

গীতফাঁকিত এটা ৰহস্যাবৃত প্ৰাচীন ঐশ্বৰ্যময়ী কাহিনী নীৰৱে লুকাই আছে। প্ৰচলিত জনশ্ৰুতি অনুসৰি ল'ৰা-ৰজাৰ সৈন্যই গদাপাণিক আগুৰি ধৰাত, গাভৰু কেইগৰাকীয়ে তেওঁলোকৰ গিৰিয়েক মৰিল বুলি গদাপাণিক গাৰ কাপোৰেৰে ঢাকি শোকাকুল হৈ ইনাই-বিনাই কান্দিবলৈ ধৰে। পিছত ৰজাৰ সৈন্যই গদাপাণিক সঁচাকৈয়ে মৰাশ ঢাকি ৰখা বুলি ভাবি তাৰপৰা আঁতৰি যায়। সেই গাভৰু কেইগৰাকী গদাপাণিৰ উপপত্নী আছিল বুলিও কিম্বদন্তী আছে।

গদাপাণি ৰজা হোৱাৰ পিছত তেওঁৰ বিপদৰ কালত সহায় আগবঢ়োৱাৰ কাৰণে সেই গাভৰু কেইগৰাকীৰ নাম যুগমীয়া কৰি ৰহদৈ নামেৰে ৰহদৈ আলি আৰু পুখুৰী নিৰ্মাণ কৰে।

"১৬০৬ শঁকৰ আঘোণত টিংখাঙত পুখুৰীৰ যজ্ঞভূমিত হাল বালে। ...পুখুৰী পাৰত সভা কৰাই নাগ পুতিলে। উছৰ্গি নাম থলে ৰহদৈ।" ( তুঃ বুঃ পৃঃ ১৮ )

গেইটৰ বুৰঞ্জীমতে গদাপাণি ভটিয়াই গৈ প্ৰথমতে কামৰূপৰ 'ৰাণী'ৰ ওচৰত এগৰাকী গাৰো তিৰোতাৰ ঘৰত ছদ্মবেশ ধৰি সেই সময়লৈকে গোপনে লুকাই থাকে আৰু সাধাৰণ খেতিয়কৰ দৰে পোছাক পিন্ধি পথাৰত কাম কৰে।

"He had been up to this time, living in concealment near Rani in Kamrup, in the house of a Garo woman wearing the grab of a common peasant, and working in the field like an ordinary cultivator."

"The king prepared to resist, but he had no real supporter, and as the rebels advanced towards the capital, his army melted away."

( Assam History, Ed. Gait )

গদাপাণি ভটিয়াই গৈ চান্দকুচি গাঁৱত পান-বেপাৰীৰ ভাও ধৰি গোপনে আশ্ৰয় লোৱাৰ কথাও বুৰঞ্জীত উল্লেখ আছে। পান-বেপাৰ কৰা সময়তো তেওঁ কান্ধমাৰীৰ ভিতৰত হেংদান ভৰাই লৈ ফুৰিছিল। পৰম্পাৰে শ্ৰুতি আছে ঐ চান্দকুছি গ্ৰামে থকা কালে পানমহলীয়া কৰাতো হেংদান গোপনে ভাৰ কৰি বা বাংকাত ৰাখিছিল।

( তামুলী ফুকনৰ বুৰঞ্জী, পৃঃ ৫৬ )

বন্দৰ বৰফুকনে ডা-ডাঙৰীয়া আৰু কিছু সেনা লগত লৈ গদাপাণি-সহ কলিয়াবৰৰপৰা গড়গাঁওলৈ উজাই অহা সময়ত বাটত দক্ষিণ-পটীয়া সত্ৰত গোসাঁয়ে বৰফুকনক ল'গ ধৰি অনুৰোধ কৰি বোলে—"ফুকন তুমিও মোৰ শিষ্য আৰু ল'ৰা-ৰজাও মোৰ শিষ্য, এতেকে ল'ৰা-ৰজা ৰাজপাটত থাকিলে মৱেই ৰজা হৈ থকাৰ দৰে। মই তোমাক ৰাজ্য ভিক্ষা কৰোঁ।" বৰফুকনে বোলে—"সেয়া মোৰ অকল কাম নহয়, মই কেনেকৈ কৰিম ?" বৰফুকনৰ কথাত গোসাঁই ৰুষ্ট হৈ শাপ দি বোলে,—"তোমাৰ ঘৰত আগলৈ বৰফুকন সম্পত্তি নেথাকক।" বৰফুকনেও বোলে—"অবিচাৰে মোক শাপ দিলা, মইও তোমাক শাপ দিলো—ভৱিষ্যতে তোমাৰ বংশত সত্ৰাধিকাৰ সম্পত্তি নেথাকক।"

পিছত তাৰপৰা বৰফুকনে গদাপাণিক লৈ খৃঃ ১৬৮১ চনত, ১৬০৩ শঁকৰ ২৭ ফাগুণ, বৃহস্পতিবাৰে ৰাতি চাৰি দণ্ড যাওঁতে উজাই আহি গড়গাঁও পায়হি আৰু শিঙৰি-ঘৰত উঠি ৰাজসিংহাসনত আৰোহণ কৰে। গদাপাণি ৰাজসিংহাসনত আৰোহণ কৰিয়েই আহোম মতে চাওঁচুপাত্‌ফা আৰু হিন্দুমতে গদাধৰ সিংহ নাম গ্ৰহণ কৰে। ইতি-মধ্যে ল'ৰা-ৰজাক বন্দী কৰি নগৰৰপৰা উলিয়াই নামৰূপত বোজ-বাজ দি ৰাখে। কিছুদিনৰ পিছত তেওঁ পুনৰ হেৰুৱা ৰাজ্য উদ্ধাৰৰ কাৰণে যড়যন্ত্ৰ চলোৱাত বন্দীশালতে বধ কৰে।

অসমৰ পদ্য-বুৰঞ্জীত ল'ৰা-ৰজা বন্দীশালত থাকোতে পুনৰ ৰজা হবলৈ চেষ্টা কৰা অপৰাধত, তেওঁক ডিঙিত ৰচিৰে চেপি বধ কৰে বুলিও উল্লেখ আছে—

"পুনৰপি ৰজা হৈব চিন্তিলা উপায়।
সিসব কথাক গদাধৰে জনা যায়॥
ডিঙ্গিত লগায়া বান্ধে টমালৰ জৰী।"
"—সেহিমতে ৰজাৰ গলত দিয়া টানে।
সহিব কিমতে মৰি গৈলা তেতিক্ষণে।"

স্বৰ্গদেৱ গদাধৰ সিংহ এজন বাহুবলী আৰু শাসন পদ্ধতিত কঠোৰ অথচ সুশৃঙ্খল ৰজা হিচাপে বুৰঞ্জীত পৰিচয় আছে। যিসকল বিষয়াই ল'ৰা-ৰজা ৰাজপাটত থাকোঁতে তেওঁক ভাণ্ডি গদাপাণিক ৰজা পাতে, সেইসকল বিষয়াক ৰাজদ্ৰোহ অপৰাধত পেলাই প্ৰাণ-দণ্ডৰ বিধান দিয়ে। পূৰ্বৰ বিপ্লৱত যোগ দিয়া চক্ৰান্তকাৰী বিষয়া-সকলকো তেওঁ সমুচিত দণ্ড বিহি শালত দি বধ কৰে "আৰু বহুতক সৰ্বস্ব হৰণ কৰি, ভৱিষ্যতে তেনে ৰাজদ্ৰোহ অশান্তিৰ বীজ নিৰ্মূল কৰে। তেওঁ নিজৰ ভিনিহীয়েক বন্দৰ বৰফুকনক মিত্ৰ-বধ পাপ বুলি গণ্য কৰি প্ৰাণে নেমাৰি বৰফুকন পদৰপৰা গুচাই সৰ্বস্ব ৰাজসম্পদ হৰণ কৰি নগৰৰপৰা উলিয়াই দিয়ে। পূৰ্বে স্বৰ্গদেও পলাই ফুৰা কালত দক্ষিণপাট সত্ৰত আশ্ৰয় লওঁতে ডেকা গোসাঁয়ে

"ৰহদৈ পুখুৰী দ'ল তাতেকো বান্ধিল।
তাতো শিলাসাঁকো দিয়া আলি কৰি দিল॥"

( অসমৰ পদ্য-বুৰঞ্জী, পৃঃ ৩৯ )

"...পাছে স্বৰ্গদেৱে ৰহদৈ পুখুৰী, দ'ল আদি এবং তাতো শিলশাকো এই সকল কৰম কৰিলে।"

( আসাম বুৰঞ্জী, সদৰামিন, পৃঃ ৬০ )

ভাদৈ গাভৰুৰ নামেৰেও মাইবেলা লাংকুৰি পৰ্বতৰ ওচৰত, ১৬১৩ শঁকত ভোগদৈ পুখুৰী আৰু দৌল নিৰ্মাণ কৰে। "১৬১৩ শঁকৰ ফাগুনত মাইবেলাত দৌল উচ্ছৰ্গিলে দৌল নামতে পুখুৰী খান্দিলে এটা; তাকো উচ্ছৰ্গি নাম থলে ভোগদৈ। আত পাছে লংকাকত পুখুৰী এটা উচ্ছৰ্গিলে, নাম সোণাদৈ। সোণাদৈ গাভৰু নামে সোণাপুৰৰ বজাৰ এখনো উচ্ছৰ্গা কৰে।"—( তুঃ খুঃ পৃঃ ২৫ ) বৰ্তমান ধিতাইপুখুৰী বজাৰ খনেই আগৰ সোণাপুৰ বজাৰ বুলি ঐতিহাসিক কিম্বদন্তী আছে।

সেইদৰে আঘোণীবাইৰ নামত আঘোণীবাৰী নামে বৃহৎ বাৰী পাতি দি গাভৰু গৰাকীৰ নাম চিৰস্মৰণীয়া কৰে। আঘোণীবাৰীত অৱস্থিত প্ৰাচীন বাৰীখনে আজিও ঐতিহাসিক কাহিনীটোৰ সত্যতাৰ পৰিচয় দিয়ে। বাৰীখন নাহৰকটীয়া আৰু মৰাণ জন-পথৰ কাষত, লেঙেৰীৰ ওচৰত।

গদাপাণি নাজিৰা ময়ুৰ মজুমদাৰ বৰুৱাৰ ঘৰৰপৰা ওলাই কলিয়াবৰলৈ বুলি ভটিয়াই যায়। বৰফুকন গদাপাণিৰ ভিনিহীয়েক। বন্দৰ বৰফুকনৰ পত্নী বাউলী আইদেউ গোঁবৰ বজাৰ কন্যা আৰু গদাপাণিৰ নিজৰ বায়েক। গদাপাণিয়ে কলিয়াবৰত বায়েকৰ ওচৰ পাই নিজৰ সকলো দুখৰ বৃত্তান্ত জনোৱাত, বায়েকে আদৰ কৰি গদাপাণিক গোপনে নিজ টোলৰ ভিতৰত লুকুৱাই ৰাখে। কিম্বদন্তী অনুযায়ী গদাপাণিৰ দক্ষিণ পাদমূলত ৰাজলক্ষণযুক্ত এটা অঙ্কুশ চিহ্ন আছিল, আৰু বৰফুকনে পূৰ্বে সেই কথা জানে। ঘটনাক্ৰমে এদিন

বৰফুকন চ'বাৰপৰা আহি হঠাতে ৰাজ-অঙ্কুশচিহ্নযুক্ত ভৰিৰ খোঁজ ঘৰৰ মজিয়াত দেখা পাই তেওঁ আচৰিত হৈ ডাঙৰীয়ানীক সোধাত, ডাঙৰীয়ানীয়ে বৰফুকনৰ ভৰিত পৰি ভায়েকক গোপনে আশ্রয় দি ৰখাৰ কাৰণে নিজৰ অপৰাধৰ কাৰণে ক্ষমা বিচাৰে আৰু ভায়েকৰ সকলো দুখৰ বৃত্তান্ত জনায়। পিছত গদাপাণিক ৰজা পাতিবলৈ অনুৰোধ কৰে। বন্দৰ বৰফুকন আগৰেপৰাই ল'ৰা-ৰজাৰ অত্যাচাৰৰ কথা শুনি অতীষ্ঠ হৈ আছিল, ইতিমধ্যে গদাপাণিক হাততে পাই সকলো আদ্যোপান্ত বুজ লৈ ৰজা পাতিবলৈ সম্মতি প্রদান কৰে। বৰফুকনে কলিয়াবৰত থকা সকলো ডা-ডাঙৰীয়া ফুকন, ৰাজখোৱা, বৰুৱা সহিত পৰামর্শ কৰি গদাপাণিক ৰাণীৰপৰা নি সৰিয়হনি তলিত সাত সমুদ্রৰ পানীৰে গা-ধোৱাই হেংদাঙত তুলি ৰীতিমতে ৰাজ-অভিষেক অনুষ্ঠিত কৰি ১৬০৩ শঁকৰ ( খৃঃ ১৬৮১ চন ) ২০ শাওনত গদাপাণিক ৰজা বুলি সেৱা কৰিলে। পিছত ভালেমান ৰণুৱাসহ গদাপাণিক লৈ সকলোৱে গড়গাঞলৈ উজাই আহে।

"কলীয়াবৰীয়া আৰু গড়গঞা ডাঙৰীয়া, ফুকন, ৰাজখোৱা, হাজৰিকা, সমস্তে যেখন একঠাই হ'ল তেখন সকলোৱে যুক্তি হ'ল বোলে—'অসামর্থ ৰজায়ে কিকৈ ৰাজ্য ৰক্ষা কৰিব? সামর্থ হলেহে ৰাজ্য ৰাখিব পাৰিব।' এই বুলি আলচি, ১৬০৩ শঁকত শাওনৰ কুৰি দিন যাওঁতে বৃহস্পতিবাৰে, আঠাৰ দণ্ড বেলি হ'লত তুংখুঙীয়া বুঢ়াৰজা শ্রীশ্রীগদাধৰ সিংহ মহাৰজাক কলিয়াবৰত ৰজা পাতিলে। পাছে সকলো উজাবলৈ ধৰিলে।" ( তুঃ বুঃ পৃঃ ১৫, তাঃ যুঃ বুঃ. পৃঃ ৫৭ )

"ৰজা পাতিবাক লাগি কৰিলা উদ্‌যুগ।
সকলো সম্ভাৰ গোটাই আনিলেক আগ॥"
"চাপৰিত লোকে সৰিয়হ আছে বৈই।
মাঘ মাঁহে ফুলি জকমক্ আছে হুই॥"
"তাহাৰ মাজত নিয়া বৈসায়া আসনে।
ৰজা পাতি সেৱা কৰিলেক সর্বজনে॥" (অঃ পদ্য-বুৰঞ্জী)

বোলে—"পূৰ্ব্বেই মোক অনিষ্টক আচৰিলে, তেতিয়া আক মাৰিব লাগিল, নামাৰি ৰাখিলোঁ। এতিয়াও আশ্ৰয় সেই এহে।" এই বুলি তিনি আহিনত স্বৰ্গদেৱে নিজে আগত থাকি পানীফুকনক ৰাজহাটত ছেপাই বধ কৰে। ( তুঃ বুঃ, পৃঃ ২২ )

দিলিহিয়াল ভগাবুঢ়াগোহাঞিয়ে বিদ্ৰোহী দিচৈয়াল কোঁৱৰক আশ্ৰয় দি ৰখাৰ কথা স্বৰ্গদেৱে গম পাই ৰাজদণ্ডৰ অপৰাধত লাগি বুঢ়াগোহাঁঞিক ১৬১২ শকৰ বহাগত তেওঁৰ ঘৰতে সবংশে নিৰ্মূল কৰে।

১৬৮৭ চনত মিৰিয়ে ৰাতি শদিয়া আক্ৰমণ কৰি শদিয়াখোৱা গোহাঞি আৰু ৰূপ সন্দিকৈৰ ঘৰত জুই দিয়াত, স্বৰ্গদেৱে তৎকালই মৌপিয়া ফুকনক সেনাপতি পাতি মিৰিৰ বিৰুদ্ধে সামৰিক অভিযান চলাই মিৰিক দমন কৰিবলৈ আজ্ঞা কৰে। মিৰি ৰণত ঘাটি স্বৰ্গদেৱত শৰণাগত হয় আৰু ভৱিষ্যতে যাতে পুনৰ বিদ্ৰোহ কৰিব নোৱাৰে তাৰ স্থায়ী ব্যৱস্থা হিচাবে ব্ৰহ্মপুত্ৰত লগাই দুটা মাটিগড় নিৰ্মাণ কৰি দুৱাৰ দিয়ে।

১৬৯২ চ'নত দৈয়াঙৰ নগাই বিদ্ৰোহ কৰাত স্বৰ্গদেৱে উপযুক্ত বিষয়াৰ যোগে বিদ্ৰোহ দমন কৰাই, নগাক সমুচিত দণ্ড বিহি ক্ষতি-পূৰণ লৈ নগাৰ দায় ক্ষমা কৰে। এই আক্ৰমণত স্বৰ্গদেৱে দুগৰাকী নগা কুঁৱৰী আৰু লগত ভালেমান বয়বস্তু উপহাৰস্বৰূপে লাভ কৰে। ( তুঃ বুঃ, পৃঃ ২৫ )

কিছুদিনৰ পিছত নামচঙীয়া নগাই বিদ্ৰোহ কৰাত স্বৰ্গদেৱে দিহিঙীয়া ফুকন আৰু চেতিয়া ভগা বৰফুকনক পঠাই বিদ্ৰোহী নগাক ধৰাই বধ কৰি সমুলঞ্চে দমন কৰে।

গদাপাণি ৰজা হৈ ডা-ডাঙৰীয়াসকলৰ লগত আলচ কৰি গুৱাহাটীৰপৰা মোগলক খেদিবলৈ মন মেলে। সেই উদ্দেশ্যে সকলো ডা-ডাঙৰীয়া লগ লাগি শীঘ্ৰে এটা শকত সৈন্যবাহিনী গঠন কৰি প্ৰথমতে বাঁহবাৰী আৰু কাজলী এই দুই ঠাইত মোগলক আক্ৰমণ

কৰে। সেই আক্ৰমণৰ পিছত আহোম সেনা আকৌ ভাগ হৈ কুৰুৱা সাউদাকোঠ, ৰবনদী আদি ঠাইত কোঠ পাতি ৰয়। সেই আক্ৰমণত মোগলে ফেৰপাতি গছ-নাও (পানচৈ নাও) লৈ বিপুল সেনাবাহিনীৰে আহোম সেনাক আক্ৰমণ কৰা উদ্দেশ্যে ৰবনদী মুখলৈ আগুৱাই আহে। আহোম সেনাও বাকী কোঠবোৰৰপৰা গৈ, একেলগ হৈ অতৰ্কিতে মোগল সেনাৰ ওপৰত জপিয়াই পৰে। সেই আক্ৰমণত মোগল সেনা ক্ষন্তেকো ঠাৰৰিব নোৱাৰি ৰণস্থলিৰপৰা পলাই পত্ৰং দিয়ে। মঞ্চুৰ খাঁ নবাবো প্ৰাণ লৈ পলাই যায়। ৰামসিংহৰ দুই পুতেকেও এই যুদ্ধত বন্দী হয়। এই চেগতে আলুন ৰবৰুৱাই ইটাখুলিত থকা বঙ্গালৰ মূল কোঠ দখল কৰি লয়। মোগল সেনা পৃষ্ঠভঙ্গ দিয়াত আহোম সেনাই পিছে পিছে খেদি নি একেবাৰে মানাহ পাৰ কৰি পিছত উজাই আহে। যুদ্ধৰ শেষত অসংখ্য পিতলীয়া হিলৈ, বৰ-হিলৈ, লোৰ সৰু বৰ হিলৈ, তৰোৱাল, যাঠি আৰু বিস্তৰ অস্ত্ৰশস্ত্ৰ হস্তগত হয়। সামৰিক অস্ত্ৰ-শস্ত্ৰৰ ওপৰিও ধন, ঘোঁৰা, উঠ, বলধ, ম'হ আদি অসংখ্য মূল্যবান সম্পদ লাভ হয়। এই যুদ্ধত আহোমে যিমান মূল্যবান সম্পদ লাভ কৰে, ইতিপূৰ্ব হোৱা কোনো যুদ্ধত তেনে কৰিব পৰা নাই। মঞ্চুৰ খাঁ নবাবে সন্ধিৰ উদ্দেশ্যে পুনৰ শ্যামসিংহ কটকীক পঠায়। স্বৰ্গদেৱে সেই কটকীকো বন্দী কৰি ৰাখে, পিছত সিও মৃত্যু হয়। ১৬০৪ শকৰ শাওনত অসমে এই যুদ্ধত জয়লাভ কৰে। অসমত মুচলমানৰ ১৪শ বা শেষ আক্ৰমণ হয় এয়ে। (তুঃ বুঃ, পৃঃ ১৭)

এই যুদ্ধত লাভ কৰা সম্পদবোৰৰ বিষয়ে গেইটৰ অসম বুৰঞ্জীত এইদৰে উল্লেখ আছে—

"A vast amount of booty was taken at Guahati, including gold and silver, elephants, horses and buffaloes; cannons af all sizes and guns, swords and spears."

অপমান কৰি উদাসীনহাটীৰ বাজত থাকিবলৈ ঠাই দিয়ে। আগৰ ৰজাসকলক গোসাঁয়ে শিষ্য ভজাই আৰু তেওঁলোকৰপৰা প্ৰকাৰান্তে ৰাজ-অনুগ্ৰহ লাভ কৰি কেকোঁৰা দোলা আৰু হাতীৰ বাহিৰে বাকী সকলো ৰজাৰ সম্পত্তি হাত কৰি ধৰ্মৰ নামত ৰাজ্যভোগ কৰে। যিসকল ডা-ডাঙৰীয়াই গদাধৰসিংহ স্বৰ্গদেৱক কলিয়াবৰত ৰজা পাতি গোসাঁইত শৰণ লয়, তেতিয়া তেওঁলোক শিষ্য বুলি গোসাঁয়ে ডাঙৰীয়াসকলক খাটি গদাধৰ সিংহক ৰজা গুচাবৰ উদ্দেশ্য কলা-বাৰীৰপৰা লুইতে নাৰেৰে ভটিয়াই যায়। স্বৰ্গদেৱে বিশ্বনাথ বাহৰৰ-পৰা দেখা পাই, দক্ষিণপটীয়া গোসাঁইক মাতি আশীৰ্বাদ দি যাবলৈ মানুহ পঠায়, কিন্তু গোসাঁয়ে অৱজ্ঞা কৰি নাহিল। গোসাঁইৰ এই অমাৰ্জনীয় অপৰাধৰ কাৰণে স্বৰ্গদেৱে বেজদলৈ ৰঙাচৰণ ভণ্ডাৰী বৰুৱাৰ লগত কথা চেকেৰাই আৰু আঁচুবুলীয়া চাওদাঙক পঠিয়াই দক্ষিণপাঠ সত্ৰৰ সুবৰ্ণমূৰ্তি কাঢ়ি আনি সেই মূৰ্তি ভাঙি পৰ্বতৰ দৌলত ঘটি দিয়ে। সত্ৰৰ সত্ৰাধিকাৰ ৰাম গোসাঁইৰ মৰ্যদা নষ্ট কৰি শদিয়ালৈ খেদে। ১৬১৫ শঁকৰ ভাদত আউনীআটীয়া সত্ৰৰ বাপুৰ সকলো সম্পত্তি বাজেয়াপ্ত কৰি শদিয়ালৈ খেদে। বাকী আন ভালেমান গোসাঁই-মহন্তক পূৰ্ব স্থানৰপৰা উচ্ছেদ কৰি নামৰূপ, টৌকোলাই, চেউনী আদি ঠাইত বেলেগে আঁতৰাই পাতে।

আলোচ্য বিষয় যে, স্বৰ্গদেও গদাধৰ সিংহৰ পূৰ্বৰ ৰজাসকলৰ দিনত দেশৰ অনেক প্ৰজাই ৰজাঘৰীয়া কামত খাটিবলৈ টান পাই সেই সত্ৰবোৰত গৈ গোসাঁইৰ শৰণীয়া ভকত হৈ ধৰ্মৰ নামত ধোদ হৈ বহি খায়। কালক্ৰমত সত্ৰবোৰত এনে শৰণীয়া ধোদৰ সংখ্যা ক্ৰমাৎ বাঢ়ি যোৱাত দেশত পাইকৰ সংখ্যা কমি যায়। স্বৰ্গদেও গদাধৰ সিংহই এই সত্ৰ-সভা উচ্ছেদ কৰি গোসাঁইৰ শৰণীয়া ধোদ-বোৰ ধৰি আনি ৰজাৰ কামত খটুৱাই দেশৰ অৰ্থনৈতিক উন্নয়ন সাধে। অসমৰ সৰ্ববৃহৎ ধোদৰ আলি স্বৰ্গদেও গদাধৰ সিংহই এই ধোদবোৰৰপৰাই নিৰ্মাণ কৰে।

স্বৰ্গদেও ৰজা হোৱাৰ পিছত পূৰ্ব্বৰ চক্ৰান্তকাৰী ভালেমান ডা-ডাঙৰীয়াই লগ লাগি তলে তলে ষড়যন্ত্ৰ কৰি পুনৰ তেওঁক ৰজা ভাঙিবলৈ কু-অভিসন্ধি পাতে। তেওঁ সেই কথাৰ সম্ভেদ পাই নিজ বাহুবল আৰু ৰাজনৈতিক অভিজ্ঞতাৰে সেইবোৰ সমূলঞ্চে দমন কৰি তাক নিৰ্ম্মূল কৰে। বন্দৰ বৰফুকন, ফুল বৰুৱাৰ পুতেক পানীফুকন এই দুই বিষয়াই বিদ্ৰোহ আচৰণ কৰাত তেওঁলোকক গুৱাহাটীৰপৰা গড়গাঁওলৈ ধৰাই আনে। গড়গাঁৱৰ বৰচ'ৰাত দুয়ো-জনাৰে বিচাৰ হয়। বিচাৰত দুয়ো ফুকনে দেৱত অপৰাধ হ'ল বুলি মানি ললে বোলে "আমাৰ অপৰাধক চাই মাৰি-কাটি পেলাবহে লাগে। ৺দেৱৰ সাতামপুৰুষীয়া বন্দী হৈ সেই খান কৰে।"

( তুঃ বুঃ, পৃঃ ১৮ )

পিছে ১৬০৪ শঁকৰ তিনি বহাগত স্বৰ্গদেৱে বৰফুকন আৰু পানীফুকনৰ দায় ক্ষমা কৰি ঘৰলৈ খেদে। ১৬০৭ শঁকৰ অঘোণত চেংৰাই ফুকন, খাম্‌ৰাক ফুকন, খেওোৰ খাম্‌চিপ্‌ ফুকন আৰু পানীফুকন এই চাৰিযে পুনৰ দ্ৰোহ আচৰণ কৰে। দিলিহিয়াল বুঢাগোহাঞি, হলোফুকন আৰু লগত দুই চাৰিজন হাজৰিকা যোগ থকা সম্ভেদ পাই স্বৰ্গদেৱে চাৰিং ৰজা, বৰপাত্ৰগোহাঞি, বৰগোহাঞি, বৰচেতিয়া, বৰবৰুৱা, দুৱৰা ফুকন, নাওবৈচা ফুকন, এই সকল বিষয়াক লৈ বিদ্ৰোহী ধৰিবলৈ ভটিয়াই যায়। স্বৰ্গদেৱে নিজে চামধৰাগড়ৰ উজনিত লুইতৰ দক্ষিণে বালিত বাহৰ কৰি বহে। তালৈকে বিদ্ৰোহীসকলক ধৰাই আনি সমুচিত বিচাৰ কৰি ফুল বৰবৰুৱালৈ চাই তেওঁৰ পুতেক পানীফুকনক নামাৰি পুনৰ দায় এৰি ঘৰলৈ খেদে। খাম্‌ৰাক ফুকন আৰু চেংৰাই ফুকন এই দুয়োজনৰ গুৰুতৰ অপৰাধ পাই স্বৰ্গদেৱে নিজে আগত থাকি বধ কৰাই ভুৰত তুলি দিঙিত তামোল-হাঁচতি দি লুইতত উটাই দিয়ে। (তুঃ বুঃ ১৮-১৯)

১৬০৭ শঁকৰ ভাদত ভগা পানীফুকনে পুনৰ দ্ৰোহ আচৰণ কৰা গম পাই স্বৰ্গদেৱে ঘৰৰপৰা ধৰাই আনি হাতীশালত বন্দী কৰি থৈ

আহোমসকল অসমলৈ অহাৰ পূৰ্বে, নগাৰ লগত অসমৰ সম্পৰ্ক কেনে আছিল সেই বিষয়ে একো জনা নেযায়। আহোম স্বৰ্গদেউ চুকাফা সৌমাৰত প্ৰবেশ কৰা কালৰপৰাই নগাসকলৰ লগত অসমৰ সম্পৰ্ক ঘটে। নগাৰ লগত অসমৰ কেতিয়াবা সীমা লৈ মাজে মাজে সংঘৰ্ষ ঘটিলেও কিন্তু তেওঁলোকৰ লগত সম্প্ৰীতিৰ ভাৱ মধুৰ থকাৰো বৌৰঞ্জিক প্ৰমাণ আছে। বুৰঞ্জীয়ে ঢুকি পোৱাৰ দিনৰেপৰা নগাসকলৰ লগত অসমৰ সম্পৰ্ক সামাজিক, অৰ্থনৈতিক, বৈবাহিক, বাণিজ্যিক আদি সকলো দিশতে সাঙোৰ খাই আছে।

গদাপাণিয়ে ৰাজৰোষৰপৰা নিষ্কৃতি পাবলৈ নগা পৰ্বতলৈ পলাই যায়। তেওঁ নগা পৰ্বতত আশ্ৰয় লোৱা কালত যিবোৰ ঠাইত বাস কৰে, সেই ঠাইবোৰৰ ঐতিহাসিক প্ৰমাণ আজিও জীৱন্ত হৈ আছে। নগালেণ্ডৰ টুৱেনচাং জিলাৰ লুলেঙ্গ মহকুমাৰ অন্তৰ্গত ফম্‌নিউ ( Phomnyu ) নামে ঠাইত এটা প্ৰাচীন গুহা আছে। সংগৃহীত তথ্য অনুসৰি জনা যায় যে গুহাটো গদাপাণিয়ে নগা পৰ্বতত আশ্ৰয় লোৱা কালত নিৰ্মাণ কৰি লয়। ফো'ম ( Phom ) নগাসকলে গুহাটোক অংপাচাম ( Ongpasham ) বুলি কয়। অংপা=ৰজা আৰু চাম=ঘৰ, অৰ্থাৎ ৰাজপ্ৰাসাদ বা ৰাজকাৱেং ( King-cave )। আও নগাসকলে গুহাটোক চুৱা-কি বুলি কয়। চুৱা=ৰজা কি=কাৱেং অৰ্থাৎ ৰাজকাৱেং। গুহাটোৰ কোঠা তিনিটা, কিন্তু এটাৰপৰা আনটোলৈ যাবলৈ প্ৰবেশ পথ নাই। মূল গুহাটোৰ প্ৰবেশ পথৰ উচ্চতা প্ৰায় ৭ ফুট আৰু বহলে প্ৰায় ৫ ফুটৰ কম নহব। কোঠাবোৰৰ ভিতৰলৈ সোমোৱা পথবোৰ ঠেক, প্ৰায় ডেৰ দুই ফুটমান হ'ব। গুহাটো পাহাৰৰ বুকুত লাগি থকা এটা বৃহৎ শিল কাটি নিৰ্মাণ কৰা। কোঠাটোৰ ভিতৰৰ কোঠৰোৰৰ উচ্চতা বৰ কম, প্ৰায় ৫ ফুটৰ বেছি নহব। শিল কাটি গুহাটো নিৰ্মাণ কৰা বটালিৰ চিহ্ন আজিও দেখিবলৈ পোৱা যায়।

সংৰক্ষণৰ অভাৱত গুহাটো বৰ্তমান হাবি-বনে ঢাকি, শিল, মাটি, গছৰ পাত আদি পৰি ভিতৰখন পোত খাই আছে। গুহাটোৰ ভিতৰত বাদুলি, চৰাই, সাপ আদি বনৰীয়া প্ৰাণীৰ আবাসস্থল। গুহাটোৰ সমস্থলৰপৰা মূল ভেটিৰ উচ্চতা প্ৰায় এফুটমান হ'ব। কোঠাবোৰ ঘূৰণীয়া ত্ৰিকোণাকৃতিৰ; তৃতীয় অৰ্থাৎ শেষৰ কোঠাটো, বাকী কোঠা দুটাতকৈ আয়তনত কিছু ডাঙৰ আৰু সেইটো গদাপাণিয়ে শয়ন-কক্ষ হিচাবে ব্যৱহাৰ কৰিছিল বুলি অনুমান কৰিব পাৰি। বাকী সন্মুখত পোৱা কোঠা দুটাত তেওঁৰ অনুচৰসকল আছিল বুলি অনুমান কৰিব পাৰি। গদাপাণিৰ লগত পঞ্চাছ-ষাঠি জন গা-ৰখীয়া মানুহ আছিল বুলি নগাসকলৰ ভিতৰত কিম্বদন্তী আছে। মূল গুহাটোৰ কাষত দক্ষিণফালে প্ৰায় ৫০ হাতমান নিলগত আন এটা গুহা আছে। সেই গুহাটোৰ নিৰ্মাণ-পদ্ধতিত মূল গুহাটোৰ সৈতে একে। গুহাটো ফো'ম নগাসকলে তাংহু ( Tonghu ) বুলি কয়। সেই গুহাটো গদাপাণিয়ে চাংমাইশাল অথবা অস্ত্ৰ-শস্ত্ৰ সহ গা-ৰখীয়া ৰাখিছিল বুলি বিশ্বাস হয়। এই সকলোবোৰ তথ্য উদ্‌ঘাটন কৰিবলৈ প্ৰত্নতাত্বিক বিশেষজ্ঞৰ সহায় একান্ত বাঞ্ছনীয়। অসম চৰকাৰৰ প্ৰত্নতত্ব বিভাগে নগালেণ্ড চৰকাৰৰ লগত সহযোগিতা কৰি প্ৰয়োজনীয় জৰীপ কায চলাই গুহাটো আৰু তাৰ আশে-পাশে পুঙ্খানুপুঙ্খভাৱে পৰীক্ষা কৰি চালে সেই যুগৰ ভালেমান প্ৰাচীন তথ্য উদ্‌ঘাটন হোৱাৰ নিশ্চিত সম্ভাৱনা আছে।

সুখৰ বিষয়, বৰ্তমান নগা চৰকাৰে গুহাটোৰ প্ৰতি বিশেষভাৱে মনোযোগ দি পৰ্যটকৰ সুবিধাৰ কাৰণে সেই ঠাইলৈ এটা পথো নিৰ্মাণ কৰি দিয়ে। লগতে চুবুৰীয়া ৰাজ্যখনৰ সম্পৰ্ক সুদৃঢ় কৰাৰ উদাহৰণো ডাঙি ধৰে। এই গুহাটোৱে অসম আৰু নগাসকলৰ মাজত থকা প্ৰাচীন ঐশ্বৰ্যময় সম্প্ৰীতিৰ সাক্ষ্য প্ৰমাণ কৰে।

গুহাটোৰ ওচৰে-পাজৰে ভালকৈ নিৰীক্ষণ কৰিলে সেই যুগৰ

সেই যুদ্ধত মোগলৰপৰা লাভ কৰা তিনিটা বৰতোপ চিন স্বৰূপে আজিও আছে। এটা দিকমত, এটা ৰাজ্যিক যাদুঘৰত আৰু তৃতীয়টো লক্ষীমপুৰ ( বৰ্ত্তমান ডিব্ৰুগড় ) জিলাৰ উপায়ুক্তৰ চৰকাৰী বাসভৱনৰ সন্মুখত সংৰক্ষিত হৈ আছে। বৰটোপ কেইটাৰ ওপৰত এইদৰে লিখা আছে—"স্বৰ্গদেও গদাধৰ সিংহই গুৱাহাটীত মুচলমানক পৰাস্ত কৰি এই সামৰিক অস্ত্ৰ লাভ কৰে, ১৬০৪ শঁক ( খ্ৰীঃ ১৬৮২ )।"

"Three cannons are still in existence, one at Dikam, one in the Indian Museum, and the third outside the house of the Deputy Commissioner of Lakhimpur, which bear the following inscription—"King Gadadhar Singha, having vanquished the Mussalmans at Gauhati, obtained these weapons in 1604 Sak ( A.D. 1682 )."

স্বৰ্গদেৱ গদাধৰ সিংহ যেনেকৈ এজন সু-শাসক, সেইদৰে সজ কৰ্মৰ ক্ষেত্ৰতো সুখ্যাতি থকাৰ পৰিচয় পোৱা যায়। তেওঁৰ দিনত ১৬১০ শঁকৰ ২ কাতি শনিবাৰ ৬ দণ্ড বেলি যাওঁতে বৰকলাত ৰাজধানী পাতি লয়। এওঁৰ ৰাজত্বকালৰপৰাই অসমত প্ৰথম মাটি পিয়ল প্ৰচলন হয়। মাটি জোখা ( আঠ-হতীয়া ) নল এওঁৰ দিনৰপৰাই ব্যৱহাৰ হয়। খ্ৰীঃ ১৬৮৫ চনত স্বৰ্গদেৱে বিশ্বনাথৰ দৌল নিৰ্মাণ কৰে। এওঁৰ দিনতে ধোদৰ আলি, অঁকাৰ আলি, বৰবৰুৱা আলি, ফুকনৰ আলি, ৰহদৈ আলি আৰু দৌল, নগা আলি, ৰমণী আলি, ভোগদৈ পুখুৰী আৰু দৌল, লঙ্কাকত সোণাদৈ পুখুৰী, খঁৰা দৌল, গৌটা দৌল, মেটেকাত বগী দৌল আৰু পুখুৰী, উমানন্দৰ দৌল, দিজৈখনাৰ ওপৰত শিলৰ সাঁকো, ৰহদৈৰ শিলৰ সাঁকো, তিংখাঙত পুখুৰী ( ১৬০৬ শঁক ), ১৬০৯ শঁকত চামধৰা গড়, ১৬১৩ শঁকত লাংকুবিদেৱৰ পৰ্বতৰ ওপৰত দৌল, ৰমণী বজাৰ, সোণাপুৰ বজাৰ আদি নিৰ্মাণ কৰি, ভালেমান

জনহিতকৰ কাম কৰে। এওঁৰ দিনত নিৰ্মাণ কৰা ধোদৰ আলি-টোৱেই অসমৰ সৰ্ব-বৃহৎ আলি হিচাবে গণ্য কৰিব পাৰি।

স্বৰ্গদেৱ গদাধৰ সিংহই ৰজা হিচাবে তেওঁৰ পৰাক্ৰম, মহানুভৱতা, শাসন পদ্ধতি আৰু কীৰ্তি-কলাপৰপৰাই বটিয়াকৈ বুজিব পাৰি। তেওঁৰ ৰাজত্ব কালত স্বাধীন অসম সভ্যতা, সংস্কৃতি, ধৰ্ম, ৰাজনীতি, ভাস্কৰ্য আদি সকলো দিশতে শীৰ্ষস্থানত আছিল বুলি সহজে অনুমান কৰিব পাৰি। আহোম ৰজাসকলৰ ভিতৰত স্বৰ্গদেৱ গদাধৰ সিংহৰ স্থান সবাতকৈ শ্ৰেষ্ঠ বুলি পৰিচয় দিবলৈ ঐতিহাসিক সমলৰ অভাৱ নাই।

চৰাইদেউ পৰ্বতত থকা সবাতকৈ ডাঙৰ পকী মৈদামটোৱেই স্বৰ্গদেও গদাধৰ সিংহৰ সমাধি স্থান। তেওঁৰ মৃতদেহ ধোৱা পুখুৰীটো আজিও আছে। পুখুৰীটো বৃহৎ আকাৰৰ, তেওঁৰ মৃতদেহ ধোৱাৰ কাৰণে 'শ-ধোৱা' পুখুৰী নামে জনাজাত। তাত শিলৰ কোষা, অৰ্ঘা-কুণ্ড আজিও আছে।

স্বৰ্গদেৱ গদাধৰ সিংহ অতি বলবান সুশ্ৰী আৰু ৰূপহ আছিল বুলি জনা যায়। তেওঁৰ ৰূপ-লাৱণ্যত মুগ্ধ হৈ ভালেমান নাৰীয়ে তেওঁত আত্মসমৰ্পণ কৰাৰ উদাহৰণ আছে। গেলেকী চাহ-বাগিছাৰ কাষত 'কুঁৱৰীগাঁও' নামৰ এখন গাঁও আজিও আছে। গাঁওখনত গদাপাণিৰ প্ৰণয়াসক্তা নাৰীসকলক ৰখা হৈছিল বুলি গোহাঞিবৰুৱাৰ অসম বুৰঞ্জীত উল্লেখ আছে।

জয়মতী আৰু গদাপাণিৰ কাহিনী যেনেকৈ অসমত সকলোৰে পৰিচিত, সেইদৰে নগা জনজাতিসকলৰ মাজতো সু-পৰিচিত। এই বোৰঞ্জিক কাহিনী অসমৰ কোনোবাই নেজানিলেও কিন্তু নগাসকলৰ ভিতৰত কোনো নজনা নাই। জয়মতী আৰু গদাপাণিৰ কাহিনীক উদ্দেশ্য কৰি অসমত যেনেকৈ অলেখ জনশ্ৰুতি, জনপ্ৰবাদ, কিম্বদন্তী আদিৰ প্ৰচলন আছে, সেইদৰে নগা জনজাতিসকলৰ মাজতো অলেখ জনশ্ৰুতি, প্ৰবাদ, কিম্বদন্তীৰ প্ৰচলন আছে।

আছে। য়ানতাৱৰ নামনিলৈ নামো ( Namo ) নামৰ আন এখন ঠাই আছে। তাত এটা পুৰণি দ' গাঁত আছে। ফ'ম কথাত 'নামো'=দ-গাঁত। এই গাঁতটোৰপৰাই ঠাইডোখৰ নাম 'নামো' হয়। গদাপাণিয়ে নামোত কিছুদিন থাকি, তাৰ দ' গাঁতটোৰপৰা লো মাটি সংগ্ৰহ কৰি, স্থানীয় পদ্ধতিত নিৰ্মাণ কৰি লোৱা কমাৰ-শালত সেই লো-মাটি সংশোধন কৰি লো, তীখা আদি উৎপাদন কৰে। সেই উৎপাদিত লো, তীখাৰে তেওঁৰ প্ৰয়োজনীয় অস্ত্ৰ-শস্ত্ৰ নিৰ্মাণ কৰে আৰু লগতে স্থানীয় ডেকাসকলকো সেইবোৰ নিৰ্মাণ-কৌশলৰ শিক্ষা প্ৰদান কৰে। লো-মাটি সংগ্ৰহ কৰা 'নামো' নামৰ পুৰণি দ' গাঁতটো আজিও আছে, আৰু সেইটোৱেই গদাপাণিয়ে সেই ঠাইত কমাৰশাল পাতি অস্ত্ৰ-শস্ত্ৰ নিৰ্মাণ কৰাৰ কথা সাক্ষ্য-প্ৰমাণ দিয়ে।

নামোত কিছুদিন থকাৰ পিছত গদাপাণি পুনৰ উজাই য়ানতাৱলৈ যায়। য়ানতাৱৰ নাম 'লানপ্লান' ( Lanplan ) ; লানপ্লান লুংলেঙৰ-পৰা ১৫ কিঃ মিঃ দূৰত। য়ানতাৱৰ বৰ্তমান নাম টাচু ( Tashu )। য়ানতাৱত সেইযুগত প্ৰচুৰ পৰিমাণৰ লোন পোৱা হৈছিল। ফ'ম কথাত লোনৰ পুঙক ছুংৱাং-পো বুলি কয়। ছুংৱাং=লোন, পো= পুং। প্ৰয়োজনীয় লোন সেইযুগত সেই লোনপুঙৰপৰাই সংগ্ৰহ কৰি লয়। লোন সংগ্ৰহ কৰিবলৈ যোৱাসকলে লোনৰ পুংবোৰত মানুহ উচ্ছৰ্গা কৰিলেহে লোন সংগ্ৰহ কৰিব পাৰে বুলি জনপ্ৰবাদ আছে। গদাপানি য়ানতাৱত থকা সময়ত সেই ঠাইত কিছুমান স্থানীয় শিশু নিৰুদ্দেশ হোৱাত, গদাপাণি সহ অনুচৰসকল সেই-কাৰ্যত লিপ্ত বুলি সন্দেহ কৰি গদাপাণিৰ ওপৰত প্ৰতিশোধ লবলৈ গাঁৱৰ সকলো মানুহ দৃঢ়-প্ৰতিজ্ঞ হয়। গদাপাণিয়ে গা-ৰখীয়াৰপৰা সেই কথাৰ সম্ভেদ পাই, য়ানতাৱৰপৰা ৰাতিয়েই কণ্যাক অঞ্চললৈ উজাই যায়।

গদাপাণি কণ্যাক অঞ্চলত অৱস্থান কৰাৰ কালত গদাপাণি নামেৰে

জনাজাত নাছিল। তেওঁ পংয়াবটেক্‌চাই ( Pongyabteksai ) নামেৰেহে জনাজাত। কণ্যাক নগাসকলৰ কথাত পংয়াবটেক্‌চাই নামৰ অৰ্থ হ'ল, মহামান্য ৰাজ-অতিথি। কণ্যাক কথাত ৰজাৰ কাৰেঙক 'আংচুঙ্গ' বোলা হয়। আং=ৰজা, চুঙ্গ=কাৰেং অৰ্থাৎ আংচুঙ্গ=ৰাজকাৰেং বা ৰাজপ্ৰাসাদ। কণ্যাকসকলৰ লগত থাকোতে গদাপাণি যিটো ঘৰত বাস কৰে, কণ্যাকসকলে তাক আংচুঙ্গ বুলি কয়। গদাপাণিয়ে ৱানচিং গাঁৱৰ কণ্যাক আং একজনৰ ৱাট্‌লঙ্গ নামৰ এগৰাকী ৰূপৱতী গাভৰুক উপ-পত্নী হিচাবে গ্ৰহণ কৰে বুলি প্ৰচলিত কিম্বদন্তী আছে। ৱাট্‌লঙ্গ গাভৰুক বিয়া কৰাই গদাপাণিয়ে, কণ্যাক আঙক মিত্ৰতাৰ প্ৰতীক স্বৰূপে তেওঁৰ হাতত থকা কেইপদ মান বস্তু উপহাৰ দিয়ে। উপহাৰৰ বস্তু কেই-পদৰ ভিতৰত এখন সোণোৱালী তৰোৱাল, এখন সোণোৱালী ফুলাম ঢাল আৰু এটা সোণোৱালী কুকুৰ। কণ্যাক কথাত এই উপহাৰৰ বস্তুকেইপদ 'পায়' ( Pai ) বোলা হয়। 'পায' এই ক্ষেত্ৰত দ্বি-অৰ্থত ব্যৱহাৰ কৰিব পাৰি, যৌতুক বা জোৰোণ। আহোম ৰজা গদাপাণিৰপৰা মিত্ৰতাসূত্ৰে লাভ কৰা ৰাজকীয় সম্পদখিনি কণ্যাক-সকলে পৰম্পৰাগত ভাৱে সু ৰক্ষা কৰি আহিছে। এই ৰাজকীয় সম্পদ কেইটাৰ কাৰণে তেওঁলোকে নিজকে এটা প্ৰাচীন অভিজাত বংশৰ সতি-সন্ততি বুলি স-গৌৰৱে পৰিচয় দিয়ে। সেই বংশৰ সতি-সন্ততিসকলে পৰম্পৰাগত ভাৱে আহোম ৰজাৰ প্ৰতি গভীৰ শ্ৰদ্ধা প্ৰদৰ্শন কৰি, মিত্ৰতা স্থাপনৰ প্ৰতীক হিচাবে লাভ কৰা বস্তুকেইপদ উলিয়াই বছৰি পূজা-পাতল পাতি উৎসৱ উদ্‌যাপন কৰে। উৎসৱত গাহৰি, কুকুৰা আদি কাটি ভোজভাত খাই আনন্দত মতলীয়া হৈ নৃত্য-গীত কৰে। উৎসৱত প্ৰকাশ পোৱা গীত-নৃত্য-বোৰত গভীৰ শ্ৰদ্ধাভাৱ ফুটি উঠা পৰিলক্ষিত হয়।

তেওঁ ৱানচিঙ কণ্যাক আঙৰ আশ্ৰয়ত কিছুদিন থাকি বৰজানলৈ আহে। বৰজানত থাকোতেই তেওঁ পৰ্বতৰ বুকুত কয়লাৰ সন্ধান পাই

কমাৰশালৰ চিহ্ন, এঙাৰ, কয়লা আদি আজিও চকুত পৰে। গদাপাণিয়ে হেকৰা ৰাজ্য পুনৰ উদ্ধাৰ কৰিবলৈ, ভালেমান নগা ডেকাক সমৰ-শিক্ষা দান কৰাৰ কথাও নগাসকলৰ মাজত আজিও প্ৰচলিত জনশ্ৰুতি আছে। গুহাটো অসমৰ তৈলক্ষেত্ৰ গেলেকীৰ-পৰা পোনে পোনে প্ৰায় বিশ-পঁচিশ মাইল নিলগত পাহাৰৰ ওপৰলৈ।

গদাপাণিয়ে নিৰ্মাণ কৰা গুহাটোৰপৰা প্ৰায় দু কিলোমিটাৰ পথ আঁতৰত পৰ্বতৰ টিঙত টংহা ( Tongha ) নামৰ এখন গাঁও আছে, গাঁওখনৰ এক বিশেষ স্থানৰপৰা অসমৰ দৃশ্য সুন্দৰকৈ চকুত পৰে। গুহাটোৰপৰা কিছু দূৰত ইয়ংয়হ ( Yongyoh ) নামৰ আন এখন গাঁও আছে, সেই গাঁওখনৰপৰাও অসমৰ দৃশ্য বিশেষ-ভাৱে আকৰ্ষণীয় হৈ আছে। গদাপাণিয়ে সেই ঠাইৰপৰা অসম সহিতে নিজৰ জন্মভূমি চকুত পৰাকৈ সুবিধা থকাৰ কাৰণে সেই ঠাইৰ ওচৰতে গুহাটো নিৰ্মাণ কৰি লয় বুলি অনুমান কৰিব পাৰি।

গদাপাণি নগা পৰ্বতত অৱস্থান কৰা কালত তেওঁ কন্যাক, ফো'ম আৰু আও নগাসকলৰ অঞ্চলত ভ্ৰমণ কৰাৰ ভালেমান ঐতিহাসিক প্ৰমাণ পোৱা যায়। মোককচাং জিলাৰ অন্তৰ্গত চাংকি ( Changki ) আও নগাসকলৰ বৃহৎ গাঁও, গাঁওখন মৰিয়নি ৰেল ষ্টেচনৰপৰা প্ৰায় কুৰি-পঁচিছ মাইলমান নিলগত পাহাৰৰ ওপৰত। চাংকি গাঁওখনৰ নাম অনুসৰিয়েই, সেই গোটেই পাহাৰীয়া অঞ্চলটো চাংকিকঙ্ পাহাৰ নামে জনাজাত। চাংকিকঙ্ পাহাৰৰ উত্তৰ-পশ্চিম কোণে প্ৰায় ২ মাইলমান আঁতৰত নামনিলৈ 'চুমপি' নামৰ এখন সৰু নদী আছে। নদীখনৰ কাষত ওলমি থকা এটা বৃহৎ শিলত কিছুমান প্ৰাচীন শিলালিপি দেখিবলৈ পোৱা যায়। লিপিবোৰ যুগ যুগ ধৰি অৰণ্যৰ বুকুত পৰি বৰ্তমান শেলুৰৈ ধৰি অস্পষ্ট হৈ পৰিছে। লিপিবোৰৰ গঢ় চাই, সেই যুগত প্ৰচলিত থকা সাঁচিপতীয়া পুথিৰ আহোম আখৰৰ লগত

সাদৃশ্য আছে। আও নগাসকলৰ প্ৰচলিত কিম্বদন্তী অনুসৰি, গদাপাণি সেই ঠাইত ভ্ৰমণ কৰা কালত তেওঁ জীৱন-সংঘাটৰ সকলো বৃত্তান্ত শিলটোৰ ওপৰত বিবৰি লিখে। শিলটোৰ ওপৰত ভৰিৰ খোজ, তৰা, অৰ্ধচন্দ্ৰ আৰু বেলি আদিৰ নক্সাও পৰিলক্ষিত হয়। গদাপাণিয়ে সেই ঠাইত পৰিভ্ৰমণ কৰাৰ সাক্ষ্য স্বৰূপে সেই চিহ্ন ৰাখি আহে বুলি জনশ্ৰুতি আছে।

ফো'ম নগাসকলৰ মাজত প্ৰচলিত জনশ্ৰুতি অনুসৰি, গদাপাণি ফ'মনিউ গুহাত কিছুদিন বাস কৰাৰ পিছত, তাৰপৰা মংনিউ নামে আন এখন গাঁৱলৈ যায়। ফ'মনিউৰপৰা মংনিউ গাঁৱলৈ প্ৰায় ২ ঘণ্টাৰ পথ; গাঁওখন হেলনীয়া পাহাৰৰ এক বিশেষ স্থানত অৱস্থিত। এই মংনিউ গাঁৱৰ নিচেই কাষতে গদাপাণিয়ে অৱস্থান কৰা গুহাটো। আজিকালি স্থানীয় মানুহে গুহাটোক আবক্‌টং বুলি কয়। আবক্ = বাদুলি, টং = ঘৰ অৰ্থাৎ বাদুলি-ঘৰ। বাদুলি থকাৰ কাৰণেই এতিয়া বাদুলি-ঘৰ বুলি জনাজাত।

গদাপাণিয়ে নিৰ্মাণ কৰা গুহাটোৰ সমীপত অৱস্থিত মংনিউ নামৰ গাঁওখনত এটা ডাঙৰ শিল দেখিবলৈ পোৱা যায়। শিলচটা বৃহৎ আকাৰৰ আৰু এডোখৰ বিশেষ স্থানত আজিও থিয় হৈ আছে। ইয়াৰ উচ্চতা প্ৰায় তেৰ-চৈধ্য ফুট আৰু বহলে প্ৰায় পাঁচ-ছয় ফুটৰ কম নহয়। আজি কিছুকালৰ আগলৈকে শিলচটাৰ ওপৰত কিছুমান প্ৰাচীন লিপি আছিল। সেই লিপিবোৰ থাকিলে ভৱিষ্যতে বিপদৰ সন্মুখীন হব লগা হয় বুলি আশঙ্কা কৰি, গাঁৱৰ সকলোলোক গোট হৈ শিলচটাৰ চাৰিওফালে জুই জ্বলাই দিয়ে। ফলত শিলচটা অগ্নিদগ্ধ হৈ ওপৰৰ চামনিটো খহি, লিপিবোৰ নিশ্চিহ্ন হৈ পৰে।

( সংগৃহীত তথ্য পংগংফ'ম )

গদাপানিয়ে মংনিউ গুহাত কিছুদিন থাকি তাৰপৰা তংঘা নামৰ আন এখন ঠাইলৈ যায়। তাংঘা ফ'ম অঞ্চলত, লুংলেং নগৰৰপৰা কিছুদূৰ নিলগতে য়ানতাব ( Yantab ) নামৰ আৰু এখন ঠাই

আৰু তাৰপৰা প্ৰচুৰ পৰিমাণৰ কয়লা সংগ্ৰহ কৰে আৰু তাত কমাৰ-শাল পাতি অস্ত্ৰ-শস্ত্ৰ নিৰ্মাণ কৰা কামত ব্যৱহাৰ কৰে। তেওঁ ৰবজ্ঞানত থকা কালতেই পত্নী জয়মতীৰ মৃত্যুৰ সংবাদ পাই আৰু তৎকালেই নগা পৰ্বত এৰি নাগিনীমৰা, বিহুবড় হৈ অসমলৈ প্ৰত্যাৱৰ্ত্তন কৰে।

গদাপাণিৰ আকস্মিক বিচ্ছেদত কণ্যাক যুৱতী ৱাটলাং শোকত জৰ্জৰিতা হৈ, সন্মুখত থকা নদীৰ বিশাল সোঁতত জাপ দি প্ৰাণ বিসৰ্জন দিয়ে। নগা গাভৰু গৰাকী মৰাৰ কাৰণে সেই ঠাইডোখৰৰ নাম পিছলৈ নাগিনীমৰা হয় বুলি ঐতিহাসিক কিম্বদন্তী আছে।

( ওপৰৰ কথাখিনি ডঃ কৃষ্ণৰাজবংশীৰ যোগে হামনিউফো'মৰ ( Humnyephom ) প্ৰাক্তন পলিটিকেল্ এচিষ্টেণ্টৰপৰা সংগ্ৰহ কৰা হয়। )

কথিত আছে যে জয়মতীৰ শাস্তিৰ খবৰ পাই যেতিয়া গদাপাণি তেওঁক চাবলৈ অসমলৈ আহে, তেতিয়া তেওঁৰ লগত ভালেমান কণ্যাক ডেকাও আহে। কণ্যাক ডেকাই ( আং ) বাটত তেওঁক পৰিচৰ্যা কৰিবৰ কাৰণে দুজনী নগা গাভৰুও লগত পঠায়। পৰি-চাৰিকা দুজনী তেওঁৰ লগত থাকিলে তেওঁক চিনি পাব বুলি আশঙ্কা কৰি বাটত নগা গাভৰু দুজনীক এৰি থৈ আহে। যি ডোখৰ ঠাইত নগা গাভৰু দুগৰাকীক মৰা হয় সেইডোখৰেই নাগিনীমৰা বুলি জনাজাত হয়।

গদাপাণি আও নগা অঞ্চলত বিচৰণ কৰা কালত 'চেন্টিলা' নামৰ আন এগৰাকী ধুনীয়া গাভৰুক উপ-পত্নী হিছাবে গ্ৰহণ কৰাৰ কথাও আও নগাসকলৰ মাজত আজিও জনশ্ৰুতি আছে। তেওঁ আৰু এগৰাকী 'টালিমা' নামৰ নগা কণ্যাক গাভৰুক মেৰি-ন'কৃপা ( Merinokpo ) নামে ঠাইত বিয়া কৰায়।

জনশ্ৰুতি অনুসৰি গদাপাণি ৰজা হোৱাৰ পিছত কণ্যাক গাভৰু ৱাটলঙক লবৰ কাৰণে, তেওঁ আকৌ ৱান্‌চিঙলৈ যায়। ৱান্‌চিঙৰ

মানুহে তাইক গদাপাণিৰ লগত পঠাবলৈ ইচ্ছা নকৰি মিছাকৈয়ে মৰিল বুলি কাপোৰেৰে ঢাকি ৰাখে। ৰজাই সেই কথাত পতিয়ন নগৈ, কাপোৰ দাঙি চাই দেখে, ৰাট্‌লাঙৰ পৰিবৰ্ত্তে তাত এটা কুকুৰ কাপোৰে ঢাকি থোৱা আছে। তেওঁ তৎক্ষণাৎ ৰান্‌চিঙৰ সকলো গাভৰুকে তেওঁৰ সন্মুখত চিনাক্তকৰণৰ বাবে থিয় কৰাবলৈ আজ্ঞা দিয়ে। ৰজাৰ আজ্ঞা অনুসৰি আঙে যাতে কোনজনী প্ৰকৃত ৰাট্‌লং চিনিব নোৱাৰে, সেই বুদ্ধি কৰি সকলো গাভৰুকে একেধৰণৰ ধুনীয়া সাজ পিন্ধাই সন্মুখত থিয় কৰায়। ৰাট্‌লাঙৰ কপালৰ গঢ় সকলোতকৈ ধুনীয়া আছিল, গতিকে গাভৰুবোৰৰ মাজৰপৰা তাইক চিনি উলিয়া-বলৈ ৰজাৰ অলপো টান নহ'ল। তাৰ পিছত ৰজাই ৰাট্‌লঙক অসমলৈ লৈ আহে। ৰাট্‌লঙক লৈ অহা সময়ত তাইৰ লগত ৰান্‌চিং আৰু ৰাকচিঙৰ আঙো লগত থবলৈ আহে। ৰাট্‌লঙক ৰাখি ৰজাই বঁটা বক্‌চিচ্ দি আঙক বিদায় দিবৰ কাৰণে, ডাঙৰীয়াসকলৰ লগত পৰামৰ্শ কৰে। আলোচনা অনুসৰি তিনিটা পাত্ৰত—এটাত ভাত, আন দুটাত ক্ৰমে মাটি আৰু পানী সন্মুখত ৰাখি নিজৰ ইচ্ছা অনুযায়ী বাচি ল'বলৈ কয়। ৰজাই একো নজনাৰ ভাও ধৰি ৰাক্‌চিঙৰ তোলনীয়া বাপেকক মাটি আৰু পানী বাচি লবলৈ ইঙ্গিত দিয়ে। নিজৰ ইচ্ছা অনুযায়ী উপহাৰ বাচি লবলৈ দিয়াত, ৰাকচিঙ আঙৰ বৰ ভোক লগাত, আগতে ভাতৰ পাত্ৰটো তুলি লয় আৰু পিছত মাটি আৰু পানী ৰান্‌চিঙৰ আঙে উপহাৰ লাভ কৰে। পিছত ৰাক্‌চিঙৰ আঙে নিজৰ ভুল বুজিব পাৰি, ৰাক্‌চিঙ আঙৰপৰা আধা অংশ বিচাৰে। ৰজাই আঙক পিছদিনা পুৱা কেইটা সূৰ্য দেখা পাই, চাই তেওঁক জনাবলৈ কয়। পিছদিনা ৰাক্‌চিঙৰ আঙ পুৱা সোনকালে উঠি, ৰজাক এটা সূৰ্য দেখাৰ কথা জনায়। আঙৰ কথাত, ৰজাই সূৰ্য যেনেকৈ এটা, ঠিক তেওঁৰ কথাও এটা বুলি জনায়; ইয়াৰ পৰিবৰ্তন নাই। ৰজাৰ উপহাৰৰ প্ৰতীক হিচাবে ৰান্‌চিঙৰ নগাক মেজেঙাৰ নৈৰ দুয়োপাৰৰ মাটি আৰু মেজেঙা নৈ উপহাৰস্বৰূপে

দিয়ে। ৰান্‌চিঙ নগাই সেই মাটিৰ খাজনা বছৰি লয় আৰু মাছ মৰাৰ কাৰণে নৈৰ খাজনাও সংগ্ৰহ কৰে। আজি কিছুবছৰৰ আগৰ-পৰাহে নগাই সেই মাটি আৰু নৈৰ খাজনা লবলৈ এৰে।

টানহাইত ( Tanhai ) গদাপাণিয়ে খন্য এটা ডাঙৰ পানীৰ কুঁৱা আছে। কুঁৱাটোৰ পানী বহু যুগৰপৰা একেৰাহে ওলাই আছে আৰু কোনোকালে নুশুকায়। তাৰ পানী ফটিকৰ পানী যেন আৰু মিঠা বুলি স্থানীয় লোকসকলৰপৰা শুনা যায়। কুঁৱাটোৰ পানী পৱিত্ৰ বুলি, নগাসকলে আজিও বিশ্বাসেৰে সেই পানী গ্ৰহণ কৰে।

আহোম ৰজাৰপৰা মিত্ৰতা সূত্ৰে লাভ কৰা সেই যুগৰ কেইবাটাও ৰৰতোপ আৰু আন ভালেমান মূল্যবান কঁাহৰ ৰাজসম্পদ, কণ্যাক আঙসকলৰ লগত আজিও দেখিবলৈ পোৱা যায়। ( Mon ) আৰু য়ন্‌চা ( Yansha ) গাঁৱৰ আঙৰ ঘৰত দুটা সেইযুগৰ ৰৰতোপ আজিও আছে। আহোম ৰজাৰপৰা উপহাৰ স্বৰূপে লাভ কৰা সেইকালৰ ভালেমান আপুৰুগীয়া ৰাজ-সম্পদ বিচাৰিলে আৰু বহুতৰ ঘৰত পোৱাৰ সম্ভাৱনা আছে।

ৱাকচিত 'অহম নকেহিং' ( Ahom Nokehing ) নামেৰে এডোখৰ মাটি আছে। কণ্যাক কথাত 'অহম নকেহিঙ'ৰ অৰ্থ হ'ল 'আহোম মাটি'। ঠাইডোখৰ আজিলৈকে কোনো মানুহে দখল নকৰাকৈ সংৰক্ষণ কৰি ৰাখিছে। জনশ্ৰুতি অনুসৰি পূৰ্বে আহোম ৰজাৰ নিযুক্ত কোনোবা ডাঙৰ বিষয়াই তাত বসবাস কৰে। সেই সময়ত নগাসকলে অসমৰ সীমামূৰীয়া অঞ্চলবোৰত সঘনে বিদ্ৰোহ কৰি থকাত স্বৰ্গদেও চক্ৰধ্বজ সিংহই 'খামজঙীয়া গোহাঞি' নামৰ এটা বিষয় সৃষ্টি কৰি উপনিবেশ পাতি বিষয়াজনক তাত থাকিবলৈ দিয়ে। অহম নকেহিং নামৰ ঠাইডোখৰ সেই বিষয়াজনৰে বসবাস কৰা ঠাই আছিল বুলি ভবাৰ স্থল আছে।

গদাপাণি নগা পৰ্বতত থকা কালত, তেওঁ চাংকি অঞ্চলত বাস কৰা কথাৰও ঐতিহাসিক পৰিচয় আছে। তেওঁ সেই ঠাইত বাস

কৰা সময়ত সাঁতুৰিবৰ কাৰণে এটা পুখুৰীও নির্মাণ কৰি লয়। বর্তমান পুখুৰীটো থহাই স্থানীয় লোকসকলে সেই ঠাইত খেতি কৰে বুলি জনশ্রুতি আছে।

কিম্বদন্তী অনুসৰি গদাপানিয়ে পানীখোৱা এটা পুৰণি কুঁৱা তাত আছে। কুঁৱাটো নগাসকলে 'নামান-জোৱা' (Naman Tzuba) বুলি কয়। তাৰ পানী বৰ শীতল আৰু সোৱাদ। কুঁৱাটো কোনো কালে মুগুকাই আৰু বাৰমাহে পানী ওলাই থাকে। সেই কাৰণে নগাসকলে "এই কুঁৱাটোৰ পানী কেতিয়াও মুগুকাওক" (This well will never go dry) বুলি কামনা কৰে। কুঁৱাটো বর্তমান চৰকাৰে চাৰিপাৰ বান্ধি পকী কৰি দিছে। গদাপাণিয়ে তাত পানীখোৱা নির্দিষ্ট ঠাইডোখৰ এতিয়াও চিহ্নিত হৈ আছে।

(ওপৰৰ কথাখিনি নগালেণ্ডৰ জনৰক্ষা সম্পর্কীয় বিষয়া শ্রীমতী তিলোত্তমা আমুৰৰপৰা সংগ্ৰহ কৰা হয়।)

গদাপাণি নগা পাহাৰত আত্মগোপন কৰি থকা সময়ত এবাৰ তেওঁক ল'ৰা-ৰজাৰ সৈন্যই হঠাৎ আগুৰি ধৰে। তেওঁ কিংকর্তব্যবিমূঢ় হৈ ওচৰতে থকা এটা প্ৰকাণ্ড শিলৰ পিছফালে লুকাই জীৱন ৰক্ষা কৰে। আকৌ আন এবাৰ সেইদৰে ল'ৰা-ৰজাৰ সৈন্যই তেওঁক বেঢ়ি ধৰাত, এগৰাকী নগা তিৰোতাই নিজৰ গাৰ কাপোৰ ঢাকি তেওঁক ৰক্ষা কৰে।

While in the Naga Hills, he is said to have saved himself by hiding behind a huge boulder. A Naga lady is said to have protected him once by concealing him inside her skirt."

(A brief Historical Account of Nagaland, p. 36)

গদাপানি ৰজা হোৱাৰ পিছত আৰু কেইবাগৰাকী নগাকুঁৱৰীক উপহাৰ স্বৰূপে লাভ কৰাৰ কথাও বুৰঞ্জীত উল্লেখ আছে। সেই সময়ত দৈয়াঙৰ নগাই বিদ্রোহ কৰাত, ৰজাই নগাক দমন কৰিবলৈ

শীঘ্রে তান্‌চেঙ্গ ফুকনক আজ্ঞা কৰে। ফুকন সৈন্য-সামন্ত লৈ সেই ঠাই গৈ পোৱাৰ পূর্বেই বিদ্রোহী নগাইঁতে নিজৰ চাং এৰি পলাই যায়। ফুকনে বিদ্রোহী নগাক তাত নেপাই, কিছুদিন সৈন্য-সামন্তৰে তাতে কোঠমাৰি ৰয়। পিছত দৈয়াঙৰ নগা উপায়হীন হৈ যুদ্ধত ঘাটিলো বুলি ফুকনৰ ওচৰত শৰণাপন্ন হয়, আৰু তুগৰাকী ৰজাৰ কুমাৰী বন্দী-বেটী সহ স্বর্গদেৱলৈ আগবঢ়ায়। ফুকনেও সেই চুক্তিত সন্মত হৈ নগাকুমাৰীসহ বন্দী-বেটী আৰু ভালেমান বয়-বস্তু লৈ গড়গাঁৱত স্বর্গদেৱক ভেটেহি। স্বর্গদেও সেই চুক্তিত সন্মত হৈ নগাৰ দায় এৰি, যোগনীয়াবোৰক বঁটা-বাহন দি পুনৰ দৈয়াঙলৈ ঘূৰাই পঠায়।

"আমি সকলো দিনে দেৱৰ চুৱাপাত খোৱা বন্দী, আমি ই কথা কৰা নাই, আৰৰহে কৰিছে। তথাপি আমাৰ ঘাটি হ'ল ৺দেৱলৈ কুঁৱৰী তুটা দিম, বন্দী বেটীও দিম। আকে ফুকনে ৺দেৱক তুই চৰণত ভেটি আমাক ৰক্ষা কৰোঁক। ফুকনে বোলে ভাল সিহঁতে লৈ আহোক। পাচে নগাইও লৈ আহিল। ফুকনো আহি ৺দেৱত কুঁৱৰী যোগালেহি, নগাইও ভেটিলেহি, ৺দেৱো দায় এৰিলে। নগাকো বঁটা বাহন দিলে।" (তুঃ বুৰঞ্জী পৃঃ ২৬)

গদাপাণিয়ে ৰাজপাটত উঠাৰ পিছতো নগা পর্বতৰ বৈচিত্র্যময় প্রাকৃতিক সৌন্দর্যৰ কথা পাহৰি যোৱা নাছিল। সেই কাৰণেই নগা পর্বতৰ নামনিত, দিখৌ নদীৰ ওপৰলৈ বিশাল বনাঞ্চল তেওঁ প্রমোদ উদ্যান হিছাবে ব্যৱহাৰ কৰে। তেওঁ মাজে মাজে সেই স্থানলৈ গৈ দিখৌৰ মাজত অৱস্থিত বৰশিলত বহি মাছ পহু চিকাৰ কৰা চাই আনন্দ উপভোগ কৰে। তেওঁৰ জীৱনৰ অন্তিমকাল পর্যন্ত সেই পর্বতীয়া বনাঞ্চলত অবাধ বিচৰণ কৰি প্রাকৃতিক মনোৰম দৃশ্য চাই আমোদ কৰাৰ কথাও বুৰঞ্জীত উল্লেখ আছে।

"স্বর্গদেৱে অন্তিম কালতো পহু চিকাৰ কৰিবলৈ গৈ সেই

বৰশিতে গা-চকি নৰীয়া পৰে আৰু শেষত সেই নৰীয়াই স্বৰ্গদেৱৰ মৃত্যু ঘটায়।"

"ৰজাদেৱে দিখৌৰ আগৰি বৰডুবিৰ কাখৰত পছ মাৰিবলৈ গৈ বৰশিলতে উঠি ৰং চাইছিল। ৰজাদেৱৰ গা-চকি তেতিয়াই জ্বৰ উঠিলত ঘৰলৈ আহিল। সেই জ্বৰেই নেৰিলে। সেই বেদনাতে ১৬১৭ শঁকৰ, মঙ্গলবাৰ ১৪ ফাগুনত মহাৰজা স্বৰ্গী হয়।"

( তুঃ বুৰঞ্জী, পৃঃ ২৭ )

দিখৌ নদীৰ মাজত থকা বৰশিলটোৰ ওপৰত তেওঁ বহা আসন, ভৰিৰ খোজ আৰু কাষতে সৰু সৰু খোলি আৰু আন ভালেমান প্ৰয়োজনীয় সম্ভাৰ ৰখাৰ চিহ্নই স্বৰ্গদেৱৰ ক্ৰীড়া-কৌতুকপ্ৰিয়তাৰ ঐতিহাসিক সত্যতা দৃঢ়ভাৱে প্ৰতিপন্ন কৰিব পাৰে।

গদাপাণিয়ে আত্মগোপন কৰা কালত নগা পৰ্বতৰ নামনিৰ ফালে 'কণ্যাক' অঞ্চলত কাঞ্চা নামৰ আন এগৰাকী ৰাজকুমাৰীৰ আশ্ৰমত বাস কৰে। ল'ৰা-ৰজাই জয়মতীক শাস্তি দিয়াৰ সংবাদ পাই, তেওঁক উদ্ধাৰ কৰিবলৈ কাঞ্চাই ভালেমান ৰণুৱা লগত দি গদাপাণিক লৰা-লৰিকৈ ভৈয়ামলৈ পঠাই দিয়ে। কিন্তু তেওঁ গৈ পোৱাৰ আগেয়ে জয়মতীৰ মৃত্যু ঘটে।

( অসম বুৰঞ্জী ঃ গোহাঞিবৰুৱা )

গদাপাণি লুকী গাৰোৱানী নামৰ আন এগৰাকী জনজাতীয় তিৰোতাৰ ঘৰত গোপনে আশ্ৰয় লৈ থকাৰ কথাও গোহাঞিবৰুৱাৰ 'গদাধৰ' নাটকত উল্লেখ থকা পাওঁ। গদাপাণিয়ে নগা পৰ্বতত অৱস্থান কৰা কালত তেওঁৰ দুই পুত্ৰ লাই আৰু লেচাইক ৱাক্‌চিংৰ কণ্যাক ৰজা ( আং ) পালংমৰঙত আশ্ৰয় দি নিৰাপদে ৰখাৰ কথাও নগাসকলৰ ভিতৰত পৰম্পৰা জনশ্ৰুতি আছে আৰু অসম বুৰঞ্জীয়েও সেই সত্যতাৰ স্বীকৃতি প্ৰদান কৰে।

"পূৰ্ব্বে বুঢ়াফুকনৰ ভয়ত ( গদাপাণিয়ে ) দুইজনা গোহাঁইক নগাচাঙ্গত থৈছিল।" ( তুঃ বুৰঞ্জী, পৃঃ ১৪ )

শিৱসাগৰ সখিমীজান বাগিচাৰপৰা কিছুদূৰ নিলগত নগা পৰ্বতৰ ওপৰত এটা প্ৰকাণ্ড শিল আজিও দেখিবলৈ পোৱা যায়। শিলটোৰ গাত এটা ডাঙৰ ফাট আছে। জনশ্ৰুতি অনুসৰি গদাপাণি পলাই থকা সময়ত, ল'ৰা-ৰজাৰ সৈন্যই হঠাৎ সেই ঠাইত আগুৰি ধৰে। তেওঁ নিৰুপায় হৈ, সন্মুখত থকা শিলটোৰ গাত ফাট এটা দেখা পাই, তেওঁ সেই ফাটটোত সোমাই প্ৰাণ ৰক্ষা কৰে।

নগাসকলৰ মাজত প্ৰচলিত জনশ্ৰুতি অনুসৰি ল'ৰা-ৰজাক ভাঙি, গদাপাণিক বিচাৰি আনি তেওঁৰ ঠাইত ৰজা পাতিবলৈ ৰাক্চিঙলৈ মানুহ যায়। সেই সময়ত গদাপাণি পালংমৰঙ নামে ঠাইত থাকে। তেওঁ ল'ৰা-ৰজাৰ দূত বুলি সন্দেহ কৰি পালংমৰঙ ডেকাৰ মাজত সোমাই থাকে। গদাপাণিৰ সোঁহাতৰ বুঢ়া আঙুলিত এটা ক'লাদাগৰ চিন থকাত, তেওঁক বিচাৰি যোৱা মানুহে নগা ডেকাৰ মাজৰপৰা বাচি উলিয়াবলৈ অলপো টান নহল। মৰঙত থকা ডেকাবোৰে গদাপাণিৰ লগত প্ৰায় তিনিবছৰকাল একেলগে থাকি, তেওঁক হঠাৎ এৰি দিব লগা হোৱাত অন্তৰত দুখ পাই আৰু প্ৰীতিৰ চিন হিছাবে তেওঁলোকে গদাপাণিক এখন দোলাত তুলি কঢ়িয়াই আনি আগবঢ়াই বিহুবড়ত থয়হি। তাতে শেষবাৰৰ কাৰণে গদাপাণিক এটা প্ৰীতিৰ ভোজ দি বিদায় সম্ভাষণ জনায়। গদাপাণিক ভোজ দিয়া ঠাইডোখৰৰ নাম পিছত 'বিহুবড়' বুলি জনাজাত হয়।

উক্ত জনশ্ৰুতিত গদাপাণিক ৰজা পাতিবৰ কাৰণে মানুহে বিচাৰি গৈ নগা পৰ্বতৰপৰা লৈ অহা কথা কিমান সত্যৰ ওপৰত প্ৰতিষ্ঠিত, সেই কথা বুৰঞ্জীয়ে নিৰূপণ কৰিব, কিন্তু গদাপাণিৰ অলেখ কাহিনী নগাসকলৰ মাজত প্ৰচলন থকাতো অসম আৰু নগাৰ সম্প্ৰীতিৰ সূত্ৰ কিমান দীৰ্ঘকলীয়া আৰু সুদূৰপ্ৰসাৰী সেই কথা সহজে বুজিব পাৰি। আমাৰ যুগৰ সমাজ সংস্কৃতিয়ে এই সম্প্ৰীতিৰ প্ৰকৃত মূল্য নিৰূপণ কৰিব পাৰিলেহে, আমাৰ

দেশৰ আৰু জাতিৰ কল্যাণৰ ক্ষেত্রত উল্লেখযোগ্য ৰৰঙণি আগবঢ়োৱা হ'ব।

গদাপাণিক লৈ সৃষ্টি হোৱা নগাসকলৰ মাজত আৰু অলেখ কাহিনী আছে। সেই সকলোবোৰ কাহিনী এই ক্ষুদ্র প্রবন্ধত একেলগে সন্নিবিষ্ট কৰা সম্ভৱ নহয়। ভালেমান আৰু ৰহস্যজনক কাহিনী নগাসকলৰ মাজত উদ্ধাৰ নোহোৱাকৈ আজিও নীৰৱে লুকাই আছে। অনুসন্ধিৎসু ব্যক্তিৰ কাৰণে সেইবোৰ উদ্ধাৰৰ পথ মুকলি হৈ আছে। ইতিমধ্যে আৰু ভালেমান কাহিনী, জনশ্রুতি, কিম্বদন্তী আদি পুৰুষানুক্রমে বয়োবৃদ্ধসকলৰ মৃত্যুৰ লগতে সেই আপুৰুগীয়া কাহিনীবোৰও সমাধিস্থ হয়, সেইবোৰ উদ্ধাৰৰ এতিয়া আৰু কোনো পথ নাই। ইতিমধ্যে নগাসকলৰ ভিতৰত কেইজনমান নৃতত্ত্ব আৰু বুৰঞ্জী-পিপাসু ব্যক্তিয়ে ভালেকেইজন বৃদ্ধলোকঁৰপৰা মৃত্যুৰ পূৰ্বেই এনে কিছুমান কাহিনী 'বাণীবদ্ধ' কৰি ৰাখিছে বুলি জনা যায়।

# সাহিত্যত সতী জয়মতী

## যোগেন চেতিয়া

সতী জয়মতীৰ আত্মদান অসমৰ জাতীয় জীৱনৰ এটি অতি করুণ ঘটনা। অসমৰ কোনো ঐতিহাসিক ব্যক্তিৰ জীৱনে জয়মতীৰদৰে গভীৰভাৱে জন-মানসত প্ৰতিক্ৰিয়া সৃষ্টি কৰি যাব পৰা নাই। জয়মতীৰ আত্মদানে একালত অসমৰ ৰাজনৈতিক জীৱনৰ বিপ্লৱ সূচনা কৰিছিল। গতিকে এই সতী গৰাকীৰ মহত্ব আৰু ত্যাগ জাতিৰ কাৰণে কেৱল আদৰ্শই হৈ থকা নাই—সতীৰ জীৱন-কাহিনী জনসাধাৰণৰ কাৰণে জাতীয় গীতৰদৰে হৈ পৰিছে। বুৰঞ্জীবিলাকৰ বিৱৰণৰ বাদেও জয়মতী-গদাপাণিৰ কাহিনী লৈ অলেখ মৌখিক গীত-মাত, কিম্বদন্তী প্ৰবাদৰ সৃষ্টি হৈছে। অৱশ্যে এই গীতসমূহ প্ৰণালীবদ্ধভাৱে এতিয়াও সম্পূৰ্ণৰূপে সংগৃহীত হোৱা নাই। চাউদাঙৰ হাতত জয়মতীৰ নিষ্ঠুৰ শাস্তি সম্পৰ্কে বহুলভাৱে প্ৰচলিত এই গীতটি পোৱা যায়—

হাবিতে কান্দিলে
হয়কলী চৰায়ে
চিটিকাৰ মুখলৈ চাই
জেৰেঙা পথাৰত
কান্দে জয়মতী
চাওদাঙৰ মুখলৈ চাই।

জয়মতীৰ বংশপৰিচয় সম্পৰ্কে আছে,

মাজুৰি চহৰত
ডাঙৰ হৈ আছিলোঁ
বৰগোহাঁহিৰ আছিলোঁ জী
গদাপাণি কোঁৱৰে
নিলে তুংখুঙলৈ
চকলং বিয়াকৈ দি।

গদাপাণিয়ে আত্মৰক্ষাৰ কাৰণে পলাই ফুৰোঁতে বহু কিম্বদন্তী, গীত আদি পোৱা যায়। বকতাৰ শ্ৰীহেম বুঢ়াগোহায়ে সংগ্ৰহ কৰা সোণামতীৰ গীতত ল'ৰা-ৰজাৰ চাউদাঙৰপৰা ৰক্ষা কৰিবলৈ যাওঁতে সোণামতীয়ে চাউদাঙৰ হাতত জীৱন হেৰুৱাব লগা হ'ল। তাৰ করুণ কাহিনী গীতটিত সন্নিৱিষ্ট হৈছে—

ভৰ ডুপৰীয়া ঘৰতে আছিলি,
ইখনি সিখনি কৰি
সেইটি পৰতে লাঙি গদাপাণি
আহিলে তোৰ ফালে লৰি।
গদা কোঁৱৰে থতমত হেৰুৱাই
তোক খুজি খালে পানী,
পানী দি কোঁৱৰকে সিফালে
পঠালি
চাওদাঙ পালেহি বুলি—
('জনগীতৰ সুৰধ্বনি' পুথিৰপৰা)

বকতা অঞ্চলৰ দিবৈ নৈৰ পাৰত সোণামতীৰ মৈদাম থকা ঠাই 'সোণামতীৰ টোপ' বুলি জনাজাত। সেইদৰে—গদাধৰ পলাই ফুৰোঁতে ৰহদৈ, ভাদৈ আৰু আঘোণী বাই নামৰ তিনিজনী পোহাৰীয়ে গদাপাণিক মৰা ভাও ধৰাই—তেওঁলোকৰ গাৰ কাপোৰেৰে ঢাকি তেওঁলোকৰ গিৰীয়েকটো মৰিল বুলি খেদি অহা ল'ৰা-ৰজাৰ সৈন্যৰ হাতৰপৰা গদাপাণিক ৰক্ষা কৰে। পোহাৰী কেইজনীৰ এই কাৰ্যক উপলক্ষ্য কৰি এই গীতটিৰ সৃষ্টি হৈছে—

ৰহাৰ ৰহদৈ
তিপামৰ ভাদৈ
শলগুৰিৰ আঘোণী বাই,
তিনিৰো ডিঙিত ধৰি
তিনিও কান্দিলে
সম্বন্ধত একোটা নাই।

ইয়াৰ বাহিৰেও বিয়ানাম, বিহুনাম আদিত জয়মতী-গদাধৰৰ নাম সংযোজিত হৈ গীত ৰচিত হৈছে। গদাপাণিৰ পলায়ন কালৰ কিম্বদন্তীৰ প্ৰবাদৰ সংখ্যা অলেখ। মাতুৰিত জয়মতীৰ ঘৰত ভোকত আতুৰ হৈ গদাপাণিয়ে পঁইতা ভাত আৰু দৰিকণা মাছ ভজা খাই জয়মতীৰ প্ৰেমত আসক্ত হৈ বিয়া কৰোৱা, বাকৰ হাতৰপৰা মাছ কাঢ়ি পুৰি খোৱা, গদাপাণি ভৈয়ামলৈ গুচি অহাত প্ৰেমাসক্ত নাগিনী গাভৰুৱে শোকত আত্মহত্যা কৰা ঠাই নাগিনীমৰা নামে জনাজাত হোৱা, গদাপাণিয়ে ভিনিহীয়েকৰ ঘৰত পলাই থাকোঁতে মজিয়াত গদাপাণিৰ খোজ দেখি সন্দেহ কৰি কাৰ খোজ বুলি সন্ধান কৰা, বিহুবৰ অঞ্চলৰ দিখৌৰ পাৰত থকা এটা বিশেষ আকাৰৰ শিলত বহি গদাপাণিয়ে বৰশী বোৱা বুলি অভিহিত কৰা. খোজকাঢ়ি ব্ৰহ্মপুত্ৰ পাৰ হোৱা আদি কিম্বদন্তী, প্ৰবাদ অসমৰ গাঁৱে-ভূঞে শুনা যায়। এই কিম্বদন্তীবিলাক ইতিহাসৰ ঘটনাৰ লগত সন্নিবিষ্ট হৈ জয়মতীৰ কাহিনীটো ৰহস্যময় আৰু বৈচিত্ৰ্যপূৰ্ণ কৰি তুলিছে। অনুসন্ধিৎসু লোকৰ কাৰণে এই প্ৰবাদবিলাকৰ মাজত বহুল গৱেষণাৰ থল মুকলি হৈ আছে। জয়মতী আৰু গদাপাণিৰ কাহিনী সম্পৰ্কত কেইটামান খণ্ডবাক্য অসমীয়া সমাজত বহুলভাৱে ব্যৱহৃত হৈ আছে। লাই-লেছাই, জেবেঙালৈ নিয়া, জয়মতী যাতনা দিয়া, মহাবাহু গদাধৰ—ইত্যাদি খণ্ডবাক্যই জয়মতী কাহিনীৰ সাৰ্বজনীনতাৰে সাক্ষী দিয়ে।

জয়মতীৰ কাহিনীয়ে আজিৰ যুগৰ লিখক সাহিত্যিকসকলক সাহিত্য সৃষ্টিৰ কাৰণে প্ৰচুৰ সমলৰ যোগান ধৰিছে। এই লিখিত সাহিত্য বা সাধু-সাহিত্যত লোক-সাহিত্যৰ প্ৰভাৱো যথেষ্ট গভীৰ। শিৱসাগৰৰ ৺ইন্দীবৰ বৰুৱা চিৰস্তাদাৰৰপৰা বিষয়বস্তু লৈ ৰত্নেশ্বৰ মহন্তই 'জোনাকী'ত প্ৰকাশ কৰা প্ৰবন্ধটোৱেই জয়মতী বিষয়ৰ প্ৰথম অসমীয়া প্ৰবন্ধ—এই প্ৰবন্ধৰে গইনা লৈ ১৯০০ চনত পদ্মনাথ গোহাঞিবৰুৱাই 'জয়মতী' আৰু ১৯১৫ চনত লক্ষ্মীনাথ বেজবৰুৱাই

'জয়মতী কুঁৱৰী' নাটক ৰচনা কৰিছিল। এইখিনি সময়তে কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু দাৰ্শনিক ৰাধানাথ ফুকনে যুটীয়াভাৱে 'জয়মতী' নামৰ এখন নাটক লিখিছিল আৰু এই নাটকৰ অভিনয়ো হৈছিল। কিন্তু এই নাটকখন আজিকালি পাবলৈ নোহোৱা হৈছে। ঐতিহাসিক নাটক বাস্তৱ আৰু কল্পনাৰ মধুৰ মিলনক্ষেত্ৰ। গোহাঞিবৰুৱা আৰু বেজবৰুৱা দুয়ো এই বৈশিষ্ট্য ৰক্ষা কৰিবলৈ তেওঁলোকৰ জয়মতী নাটকত বুৰঞ্জীৰ ঘটনাৰ লগত কল্পনাৰ প্ৰয়োগ ঘটাইছিল। এই দুয়োখন নাটকতে বুৰঞ্জীৰ ঘটনাৰ এটা উল্লেখযোগ্য ব্যতিক্ৰম হৈছে—জয়মতীৰ হত্যাকাণ্ডৰ প্ৰধান নায়ক লালুকসোলা বৰফুকনৰ পৰিবৰ্তে বুঢ়াগোহাঁইক এই হত্যাকাণ্ডৰ প্ৰধান হোতাৰূপে চিত্ৰিত কৰিছে। গোহাঞিবৰুৱাৰ নাটকত জয়মতীৰ প্ৰতি ল'ৰা-ৰজাৰ প্ৰণয় আসক্তি দেখুৱা হৈছে যিটো কাল আৰু পাত্ৰৰ ফালৰপৰা কিছু বিসংগতিমূলক হৈছে। আকৌ পলাই ফুৰাৰ কালত সলাল গোহাঁইৰ জীয়েক গদাপাণিৰ প্ৰতি আসক্তা হৈছে। দুয়োজন নাট্যকাৰে নগা-জীয়াৰী জিন্নু আৰু ডালিমীক গদাধৰৰ নগা পৰ্বতত অৱস্থান কৰাৰ কালত সহচৰী আৰু অনুৰক্তা প্ৰেমিকা হিচাপে প্ৰদৰ্শন কৰিছে। বেজবৰুৱাই তেওঁৰ জয়মতীৰ চৰিত্ৰ অংকন কৰোঁতে দ্বিজেন্দ্ৰলাল ৰায়ৰ সাহজাহান নাটকৰ পিয়াৰাৰ চৰিত্ৰৰ কিছু আৰ্হি লৈছে। নগা-জীয়াৰী জিন্নু আৰু ডালিমীৰ চৰিত্ৰ সৃষ্টিত দুয়োগৰাকী নাট্যকাৰৰ স্বকীয়া দৃষ্টিভঙ্গী দেখা যায়। জয়মতীৰ কাহিনী লৈ লিখা অন্য এখন নাটক হ'ল দণ্ডিনাথ কলিতাৰ 'সতীৰ তেজ'। এই নাটকত জয়মতীৰ লগতে ল'ৰা-ৰজাৰ পত্নীক এগৰাকী সতী বীৰাংগনা নাৰী হিচাপে অংকন কৰিছে। ইয়াতো লালুকসোলা বৰফুকনৰ পৰিবৰ্তে বুঢ়াগোহাঁই হৈছে জয়মতীক শাস্তি দিয়া প্ৰধান লোক। নাগিনী জীয়ৰীৰ নাম হৈছে বেণু। তাইৰ চৰিত্ৰ অংকন কৰোঁতে বেজবৰুৱা আৰু গোহাঁইবৰুৱা নাটকৰ আৰ্হি অলপকৈ আহি পৰিছে। ল'ৰা-ৰজাক অৱশ্যে এই নাটকত সোঁতৰ কচুৰ

দৰে অংকন নকৰি এজন ব্যক্তিত্বশালী লোক হিচাপে অংকন কৰা হৈছে। ইয়াৰ বাহিৰেও গণেশ গগৈৰ 'জেৰেঙাৰ সতী' এখনি সৰু নাটক। নকুলচন্দ্ৰ ভূঞাৰ 'গদাপাণিৰ শেষ সিদ্ধান্ত' (১৯২৩ চন), আৰু লক্ষ্মীধৰ শৰ্মাৰ আৱাহনত (১৯৫৮/৫৯ শক) প্ৰকাশ পোৱা 'সতী জয়মতী কুঁৱৰী' জয়মতী কাহিনীক নাটক আকাৰে ৰূপ দিয়াৰ বিভিন্ন চেষ্টা। লক্ষ্মীধৰ শৰ্মাৰ নাটকত জয়মতীৰ চৰিত্ৰ সন্নিবিষ্ট কৰা নাই। কাহিনীটোৰ আধাৰত লালুকসোলা, চুলিকফাৰ মনৰ প্ৰতিক্ৰিয়া দেখুৱা হৈছে। চুলিকফাই কেৱল লালুকসোলাৰ উচতনিত জয়মতীক শাস্তি দিয়াৰ কথা প্ৰদৰ্শন কৰা হৈছে। গোহাঞিবৰুৱা আৰু বেজবৰুৱাই জয়মতীৰ বিষয়ে প্ৰত্যেকে দুখন নাটক লিখিছে। গোহাঞিবৰুৱাৰ 'গদাধৰ' নাটকত জয়মতীৰ তিৰোধানৰ পিছত গদাপাণিয়ে বিষয়াসকলৰ সহযোগত কেনেদৰে সিংহাসনত আৰোহণ কৰিলে এই ঘটনাংশ সন্নিবিষ্ট কৰা হৈছে। গতিকে কাহিনী আৰু ৰচনা-ৰীতিৰ ফালৰপৰা ইয়াক জয়মতী নাটকৰ পৰিপূৰক নাটক বুলিব পাৰি। বেজবৰুৱাৰ 'ৰজা গদাধৰ' এখন প্ৰহসন পৰ্যায়ৰ একাংকিকা নাটক। ইয়াত গদাধৰ বা জয়মতী কোনো ঐতিহাসিক চৰিত্ৰ নাই। পলৰীয়া ছদ্মবেশী গদাপাণি পলাই ফুৰোঁতে কমল আৰু মিলাই গেন্ধেলাক ছদ্মবেশী গদাপাণি বুলি ভুল কৰি আলপৈচান ধৰি নিজকে কৃতাৰ্থ কৰিবলৈ যত্ন কৰিছিল। কিন্তু পিছত আচল পৰিচয় পোৱাত এটা হাস্যকৰ পৰিস্থিতি সৃষ্টি হৈছে। বেজবৰুৱাই চ'ৰাঘৰীয়া নাটক বুলি অভিহিত কৰা এই নাটকখনি ১৯৬৬ চনত নাট্যকাৰ শ্ৰীফণী তালুকদাৰে সম্পাদনা কৰি পুথি আকাৰে প্ৰকাশ কৰিছে। আধুনিক কালত শ্ৰীউত্তম বৰুৱাই ৰচনা কৰা 'জেৰেঙাৰ সতী' নাটকখনত বিষয়বস্তু প্ৰকাশত কিছু নতুন ভংগী লক্ষ্য কৰা যায়। শ্ৰীজীৱকান্ত গগৈয়ে 'সতী জয়মতী কুঁৱৰী' নামৰ এখন নাটক ৰচনা কৰিছিল। জয়মতী বিষয়ৰ নাটকৰ সংখ্যাও বুজন পৰিমাণৰ হ'ব—এই সকলো নাটকে

জয়মতীৰ কাহিনীটো জন-মানসত সজীৱ কৰি ৰখাত যথেষ্ট অৰিহনা যোগাইছে।

অসমৰ পদ্য-বুৰঞ্জীত জয়মতী সম্পৰ্কে দীঘলীয়া বৰ্ণনাই এই ঘটনাৰ কাব্যিক ৰূপৰ সূচনা কৰে বুলি কব পাৰি। অৱশ্যে টাই ভাষাত লিখা লাইলিক্ বুৰঞ্জী আৰু সেই সম্পৰ্কত কৃপানাথ ফুকনৰ জয়মতীৰ গীত বিশেষ ধৰণে উল্লেখযোগ্য। ডঃ সূৰ্যকুমাৰ ভূঞাই ১৯২০ চনত বৈষ্ণৱ কাব্যৰ ৰীতিত জয়মতীৰ উপাখ্যান পুথি ৰচনা কৰে। ডঃ ভূঞাদেৱে ভানুনন্দনৰ নামত ইয়াত ভণিতা পেলাইছে। পুৰণি কীৰ্তন দশমৰ ৰীতি আৰু ভাষাত পুথিখন ৰচনা কৰিলেও কবিয়ে জয়মতী কাহিনীৰ ঐতিহাসিকতাৰ সম্পৰ্কে পাঠকক সতৰ্ক কৰি কৈছে—

"নোহে ই অসত্য নোহে অলীক পুৰণি ;
ঘৰে ঘৰে হোৱে আজি জয় গুণ গান
আঢ়ৈশ বছৰ পূৰ্ব্বে ঘটে ইটো কথা,
ইতিহাস পাঠে আৰু জানিবা সৰ্ব্বথা।"

জয়মতীক চাওদাঙে শাস্তি দিবৰ কাৰণে জেৰেঙা পথাৰলৈ লৈ যোৱাৰ দৃশ্য কবিয়ে অতি মৰ্মস্পৰ্শী কৰি বৰ্ণনা দিছে—

"অতি বলৱন্ত কায়া ৰজাৰ প্ৰহৰী,
তাৰ খোজে যান্ত সতী লৰড়ি লৰড়ি।
ৰজাৰ বোৱাৰী তাৰ তনু কোমলী,
অৱশ হুইয়া জয়া পৰে ঢলি ঢলি॥
কৈত তাৰ দোলা, কৈত লিগিৰা লিগিৰী,
চোৱৰ ব্যজন কৈত সখী সহচৰী।
পথত উজুতি খায়া ছিৰে নখ পাৱ
বিষত জৰ্জ্জৰ হুয়া দহে সৰ্ব্বগাৱ॥"

১৯১৩ চনত প্ৰকাশিত হোৱা হিতেশ্বৰ বৰবৰুৱাৰ 'তিৰোতাৰ আত্মদান' কাব্য এই দিশত আধুনিক কাব্য ৰচনাৰ এক বলিষ্ঠ

প্ৰচেষ্টা। বিষয়বস্তু ৰচনাত মৌলিকতা প্ৰদৰ্শন কৰি পাশ্চাত্য ৰীতিত অমিত্ৰাক্ষৰ ছন্দেৰে ১২টা সৰ্গত এই কাব্যখনি ৰচনা কৰিছে। কাব্য-খনিৰ করুণ ৰস সৃষ্টিত কবিয়ে সফলতা লাভ কৰিছে। হিতেশ্বৰ বৰবৰুৱাৰ পিছত দীঘলীয়া কাব্য ৰচনা কৰাৰ নিদৰ্শন পোৱা নাযায়। ১৯৫৫ চনত শ্ৰীযজ্ঞোৰাম গগৈয়ে 'আমাৰ জয়া' নামৰ এখনি পুথি ৰচনা কৰিছিল। ইয়াক জয়মতী বিষয়ত এটি দীঘলীয়া কবিতা বুলি অভিহিত কৰিব পাৰি। কবিতাটিত কবিয়ে জয়মতীৰ মৃত্যু হলেও তেওঁৰ প্ৰেৰণা লৈ অসমত শ শ জয়াই জন্ম লাভ কৰাৰ সপোন দেখিছে—

জয়া,
আজিও তুমি অসমৰ বল ;
নোৱাৰা মৰিব তুমি—
থাকে মানে ইতিহাস এই
অসমৰ
থাকে মানে জগতত সত্যৰ
আদৰ ;
সত্যাগ্ৰহী বীৰাংগণা কোনো
কালে—
নোৱাৰে মৰিব।

কবিতাটিত বৰ্তমান যুগৰ বেদনাৰ পটভূমিত জয়মতীৰ কাহিনীটো এটা আশাবাদী মনোভাৱ লৈ মূল্যায়ন কৰিছে। কবিতাটোত কবিৰ গভীৰ সমাজ-সচেতনতা উপলব্ধি কৰিব পাৰি। ১৯৫৮ চনত কবি শ্ৰীচন্দ্ৰকান্ত বৰাই কাব্যৰ আকাৰে 'সতীৰ সাধনা' পুথি ৰচনা কৰি প্ৰকাশ কৰিছিল। ইয়াত কবিয়ে কাহিনীৰ সন্দৰ্ভত জীৱনৰ সন্ধিক্ষণত জয়মতীৰ মনৰ দ্বন্দ্ব-সংঘাত প্ৰকাশ কৰাৰ ওপৰত গুৰুত্ব দিছে। গতিকে ইয়াৰ কাব্যিক মূল্য বাঢ়িছে। জয়মতীয়ে গদাপাণিক ল'ৰা-ৰজাৰ সৈন্যৰ সন্মুখীন হোৱাতকৈ ধৈৰ্যসহ অহিংস পথ অবলম্বন

কবি ঘৰৰপৰা আঁতৰি যাবলৈ অনুৰোধ কৰিছে। কাৰণ এতিয়া শক্তি প্ৰদৰ্শনৰ সময় নহয়। জয়মতীয়ে সেয়েহে কৈছে—

"ময়োযে কঁপাব পাৰোঁ
ৰাজসিংহাসন,
ৰাজধানী গড়গাঁও, সৈন্য
অগণন ॥
সিংহিনীৰ দৰে মই বনৰ
ৰাজ্যত,
যোগিনীৰ বেশ ধৰি গিৰি
পৰ্বতত,
নতুবা বিহংগী হৈ শূন্য
আকাশত,
অথবা নাগিনী হৈ
বিষ উগাৰত,
চামুণ্ডাৰ ৰূপ লৈ মুণ্ড
মালাৰে
ত্ৰাসিত কৰিব পাৰোঁ
নাৰীৰ শক্তিৰে ॥
* * *
হিংসাৰ অগনি জ্বলে
ৰজাৰ ঘৰত
আনক শান্তিৰ পানী
অহিংসা পাত্ৰত ॥"

ডঃ মহেশ্বৰ নেওগদেৱে পুথিখনৰ পাতনিত লিখিছে : "শ্ৰীবৰাই বিবিধ ছন্দৰ সমাবেশ আৰু ঠায়ে ঠায়ে নতুন পৰিস্থিতি সৃষ্টিৰে প্ৰখ্যাত বিষয়বস্তুটিক নতুন শক্তি আৰু সৌন্দৰ্য দি গঢ়ি তুলিবৰ কাৰণে যত্ন কৰিছে। এই যত্ন অনেক সময়ত সফল হোৱা যেনো

লাগে।" ইয়াৰ বাহিৰেও শ্ৰীদধিৰাম চেতিয়াই 'গদাধৰ সিংহ' নামৰ এখনি কাব্য লিখিছিল। পুথিখনি ১৯২৪ চনত প্ৰকাশিত হৈছিল। অসমীয়া বৈষ্ণৱ পদ-পুথিৰ অনুসৰণত কবিয়ে জয়মতী আৰু গদাধৰৰ কাহিনী মনোৰমকৈ ৰচনা কৰিছে। কাব্যখনত প্ৰধানকৈ গদাপাণিৰ আত্মগোপন কালৰ অসমত প্ৰচলিত নানা কিম্বদন্তীমূলক কাহিনী। গদাপাণিৰ সিংহাসন লাভ, বৰকলা নগৰ স্থাপন, ৰাজ্যশাসন আৰু গদাপাণিৰ মৃত্যু—এই কথাৰ ওপৰত অধিক গুৰুত্ব দান কৰা হৈছে। সতী জয়মতীৰ জীৱন অৱসানৰ এটি শোকাবহ চিত্ৰ কবিয়ে কাব্যখনত দাঙি ধৰিছে—

"এহিমতে সতীৰ জীৱন সাঙ্গ হৈল॥
কাংস পৰি জীণ গৈল অহম ৰাজ্যত।
উস্‌মিস্ লাগি গৈল সবাৰো মনত॥
সজ্জনৰো মনতো হে সুখ নাহিকয়।
পশুপক্ষী সৱেও আহাৰ নকৰয়॥
বসন্ত কালত যত তৃণ তৰুগণ।
ঝকমক কৰি কুঁহি ফুল পাতগণ॥
কুঁহু কুঁহু স্বৰেৰে কোকিলগণ গায়।
গুণ গুণ লৰি মৌ মাখিও ফুৰয়॥
সতীৰ নিৰ্য্যাণে সৱে নিস্তব্ধ হইল।
কাৰো কতো কৌঁহকাল নাহি মাত-বোল॥"

গোটেই কাব্যখনৰ মাজেদি কবিৰ কবিত্ব, মৌলিক চিন্তা যেনেদৰে লক্ষ্য কৰা যায়,—বৈষ্ণৱ ধৰ্ম্মৰ প্ৰতি তেনে এটি অনুৰাগো উপলব্ধি কৰিব পাৰি। ঐতিহাসিক কাহিনীক ভিত্তি কৰি কৰা বৈষ্ণৱ ৰীতিৰ পদপুথি হিচাবে দধিৰাম চেতিয়াৰ 'গদাধৰ সিংহ' অতি বৈশিষ্ট্যপূৰ্ণ।

তাজমহলক লৈ ভাৰতৰ বিভিন্ন ভাষাৰ কবিয়ে যেনেকৈ অলেখ কৱিতা ৰচনা কৰিছে তেনেদৰে অসমৰ জয়মতী, জয়দ'লক লৈও

বহুতো কবিতা সৃষ্টি হৈছে। এই সকলোবোৰ কবিতা উদ্ঘাটন কৰা সহজসাধ্য নহয়। স্কটলেণ্ডৰ ৰজা ৰবার্ট ব্রুছে ৰাজ্য হেৰুৱাই ঘূৰি ফুৰোঁতে এজনী মকৰাই তেওঁক ৰাজ্য পুনৰ লাভ কৰিবৰ কাৰণে অনুপ্রেৰণা যোগোৱাৰ কথা **Oliver Goldsmith**ৰ **The King and the Spider** নামৰ ইংৰাজী কবিতাটিত প্রকাশ পাইছে। এই কবিতাটি অসমীয়ালৈ 'ৰজা আৰু মকৰা' বুলি সুন্দৰভাৱে গদাধৰৰ চৰিত্রক কেন্দ্র কৰি ৰূপায়ণ কৰা হৈছে—

"মিছা হ'ল যত্ন মোৰ
অসাধ্য মানিলোঁ।
অযথা ভাৱনা ভাবি
সমূলি ডুবিলোঁ।
এৰিলোঁ ৰাজ্যৰ আশা
নকৰোঁ কামনা,
ইদৰে কতনা বাৰু
সহিম যাতনা।
এনেতে মকৰা এটি
ওপৰৰ পৰা
পৰিল আগত আহি
হই আধামৰা।
দেখি তাৰ দুৰ্দশা
গদাৰ মনত,
ওপজিল দয়া ভাৱ
থাকি ওচৰত।
ভাবিলে কোঁৱৰে দেহি
ইয়ো মোৰ দৰে
গাথিছিল আশাৰ জাল
ওপৰে ওপৰে॥"

সূৰ্যকুমাৰ ভূঞাৰ 'সতী জয়মতী', পদ্মাৱতী দেৱী ফুকননীৰ 'জয়মতী', গণেশ গগৈৰ 'জয়া', শ্ৰীবিনন্দচন্দ্ৰ বৰুৱাৰ 'জয়দৌল' উল্লেখযোগ্য কবিতা। জ্যোতিপ্ৰসাদ আগৰৱালাই তেওঁৰ 'জয়মতীৰ আত্মাৰ উক্তি' নামৰ কবিতাটিত জয়মতীক জগতৰ দলিত, পীড়িত-সকলৰ প্ৰেৰণা আৰু আদৰ্শৰ প্ৰতীকৰূপে প্ৰকাশ কৰিছে—

"আসুৰীয় সভ্যতাক প্ৰতিৰোধ কৰিবলে'
জগাবলে' অব্যৰ্থ সংঘাত,
উদ্বোধিত কৰিবলে' আত্মাৰ শক্তিৰ
অসুৰবিনাশী বজ্ৰপাত।
অমোঘ মন্ত্ৰৰ ময়ে মন্ত্ৰদাত্ৰী
দধীচি-ত্যাগৰ কৰি পুনৰাভিনয়
জেৰেঙাত অস্থি দিলোঁ
ৰচিবলে' নবীন ধৰিত্ৰী।
মহামানৱৰ
দৈৱী বিজয়ৰ
আলোক-বৰ্ত্তি মযে
মযে জয়মতী,
কালাগ্নি জিনি মই
জ্বলোঁ জয়সাগৰত
শকতি-যজ্ঞ সম
কেতিয়াও নুনুমায় প্ৰেৰণাৰ বাঁতি
নৱালোক দূতী॥"

গণেশচন্দ্ৰ গগৈৰ 'জয়া' কবিতাত জয়মতীক সতী নাৰীৰ শাৰীত থৈ দেৱীত্ব আৰোপ কৰা হৈছে—

"যি জনাই উচ্চ প্ৰাণ তুচ্ছ কৰি দিলে দান
নিজ বুলি ৰমণীৰ মান-অভিমান,
সেই নাৰী নোহে নাৰী দেৱী-নাৰী বেশধাৰী
আজি এই পুণ্যতিথি তাৰ প্ৰতিদান।

আজি জয়া হীনকায়া তথাপিতো স্মৃতিছায়া
জিলিকিছে প্ৰকৃতিৰ পখিলী পাখিত,
গগনে গহনে-বনে উপবনে, জনে জনে
সেই স্নিগ্ধ স্মৃতি-স্তম্ভ চিৰ প্ৰতিষ্ঠিত।"

কবিতাৰ বাহিৰেও জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'জয়মতী' কথাছবিৰ "লুইতৰে পানী যাবি ঐ বৈ, নগৰে চহৰে ফুৰিবি কই" ; বিষ্ণুপ্ৰসাদ ৰাভাৰ "জয়দেউলৰ কলচীতে কুলিটিয়ে কিনো গায়" ; গণেশ গগৈৰ "সতীৰ সমাধি ভূমি তেজেৰে ৰাঙলী আজি" জয়মতী বিষয়ৰ জনপ্ৰিয় গীত।

হৰকান্ত সদৰামিন, কাশীনাথ তামুলীফুকন, তুংখুঙীয়া বুৰঞ্জী, সুকুমাৰ মহন্তৰ ঘৰত পোৱা বুৰঞ্জী, তদুপৰি অপ্ৰকাশিত সাঁচিপতীয়া বুৰঞ্জী আদিত সতীৰ কাহিনী সন্নিৱিষ্ট হৈছে। প্ৰবন্ধ আকাৰে ৰত্নেশ্বৰ মহন্তৰ পিছত ১৯৩৫ চনত ডঃ সূৰ্যকুমাৰ ভূঞাই 'অসম জীয়ৰী' নামৰ পুথিৰ দ্বিতীয় খণ্ডত সতী জয়মতীৰ কাহিনীৰ মূল ভেটি আৰু সতীৰ বিষয়ে নতুন তথ্য অনুসন্ধানৰ প্ৰয়োজনীয়তা— এই সকলো কথা বিস্তৃতভাৱে আলোচনা কৰিছে। বেণুধৰ ৰাজ-খোৱাৰ 'জয়মতী আখ্যান' আৰু তাৰ লগত সন্নিৱিষ্ট গীত বিশেষ-ভাৱে উল্লেখযোগ্য। বনফুলৰ কবি যতীন্দ্ৰনাথ দুৱৰা, বাগ্মীবৰ নীলমণি ফুকনৰ 'জয়াতীৰ্থ' নামৰ প্ৰবন্ধ দুটাতো সতীৰ কথা আলোচনা কৰা হৈছে। জয়সাগৰৰ জয়াতীৰ্থৰে জয়মতী উৎসৱত পঠিত হোৱা সভাপতিসকলৰ অভিভাষণ সংগ্ৰহ কৰিব পাৰিলে এই সাহিত্যৰ পৰিসৰ যথেষ্ট বৃদ্ধি হব। বুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰ 'ৰংপতা' পুথিৰ জয়মতী কুঁৱৰী প্ৰবন্ধ আৰু অধ্যাপক লীলা গগৈৰ জয়মতী আৰু মূলা গাভৰু নামৰ পুথিত শিশুৰ উপযোগীকৈ জয়মতীৰ কাহিনী লিপিবদ্ধ কৰা হৈছে। পাণ্ডু কংগ্ৰেছ অধিবেশনত ডঃ সূৰ্যকুমাৰ ভূঞাই সতী জয়মতী সম্পৰ্কত প্ৰবন্ধ প্ৰচাৰ কৰিছিল। অসম সাহিত্য সভাৰ পত্ৰিকাত প্ৰকাশ পোৱা তেখেতৰ 'বুৰঞ্জীত

জয়মতী' অন্য এটি উল্লেখযোগ্য প্ৰবন্ধ। কিছুবছৰৰ আগতে মহাদেৱ শৰ্মা আৰু কুঞ্জবালা দেৱীয়ে জয়মতী কুঁৱৰী নামৰ এখন সৰু পুথি প্ৰকাশ কৰি উলিয়াইছিল। তেনেদৰে ১৯৬৭ চনত শ্ৰীকৃষ্ণকান্ত ভট্টাচাৰ্যই 'অকণিৰ জয়মতী' নামৰ জয়মতীৰ জীৱনী এখন ৰচনা কৰি প্ৰকাশ কৰিছিল। আজি কেইবছৰমান আগতে শ্ৰীযুত বেণুধৰ শমাদেৱে মণিদীপ আলোচনীত 'জয়মতীৰ মৰণোত্তৰ পৰীক্ষা' নামৰ এটা দীঘলীয়া প্ৰবন্ধত সতীগৰাকীৰ সম্পৰ্কে সততে চকুত নপৰা কেইটামান গুৰুত্বপূৰ্ণ কথা অৱতাৰণা কৰি এক আলোড়ন সৃষ্টি কৰিছিল। শ্ৰীভুৱনচন্দ্ৰ সন্দিকৈ, শ্ৰীমাণিকচন্দ্ৰ বৰগোহাঁই, সৰ্বানন্দ ৰাজকুমাৰ, কনক ফুকন, শ্ৰীলীলা গগৈ আদিৰ তথ্য-বহুল প্ৰৱন্ধই জয়মতী সম্পৰ্কে কিছুমান বিবদমান কথাৰ এটা সমাধানৰ পথ উলিয়াবলৈ সক্ষম হৈছে। নীলাচলৰ ৫ম বছৰ ১ম সংখ্যাত ( ১৯৬৭ চন ) অধ্যাপক লীলা গগৈয়ে হাতে লিখা বুৰঞ্জীৰ উদ্ধৃতি দি লিখা প্ৰৱন্ধত প্ৰতিপন্ন কৰিছে—"ৰজাৰ বাহাৰৰ নিকটতে জেৰেঙা পথাৰত। অতে কুটকুৰা গছত বান্ধি ৰাখি শাস্তি দিলে অনেক প্ৰকাৰে। পাচে একপক্ষ শাস্তি ভুঞ্জি কুঅৰি মৰিল। শক ১৬০১ শক, চ'ত মাস ১৩ দিন গতে গুৰুবাৰে। এইৰূপে লাঙ্গি গদাপাণিক নাপাই কুঅৰিকে মাৰিলে।"

সতীৰ আত্মত্যাগৰ কাহিনী আজি অসমীয়া সাহিত্যৰ মাজতে সীমাৱদ্ধ হৈ থকা নাই। J. M. Foster এ বেংগল এছিয়াটিক ছোচাইটিৰ জাৰ্ণেলত ১৮৭৪ চনত প্ৰকাশ পোৱা ইংৰাজী প্ৰৱন্ধটো অন্য ভাষাত প্ৰকাশ পোৱা জয়সাগৰৰ পাৰৰ দ'লৰ বিৱৰণ আৰু জয়মতী বিষয়ৰ প্ৰথম বুলি কব পাৰি। অৱশ্যে এই প্ৰৱন্ধত কেইটামান তথ্য পৰিবেশনত ভুল থাকি গ'ল। পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদে East and West পত্ৰিকাত ইয়াৰ পিছত জয়মতী সম্পৰ্কে এটি প্ৰবন্ধ লিখিছিল। ডঃ সূৰ্যকুমাৰ ভূঞাদেৱে Times of Assam কাকতৰ ১৫।৮।১৯০৮ তাৰিখৰ সংখ্যাত এটা ইংৰাজী

কবিতা লিখিছিল। মোক্ষনাথ ফুকনেও ইংৰাজীত এখনি সৰু পুস্তিকা লিখিছিল। ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ Assam : Its in the History and Civilization of India পুথিত জয়মতীৰ কথা বৰ্ণনা কৰিছে।

ভৱদেৱ ভাগৱতীৰ 'সতী জয়মতী' সংস্কৃত ভাষাত ৰচনা কৰা এখনি সৰু কাব্য। পণ্ডিত-প্ৰৱৰ শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈদেৱে কাব্যখনিৰ ভূমিকা লিখি উদ্‌গণি দিছে। ১৯৩৩ চনত এই কাব্য-খনি প্ৰকাশ হৈছিল। কাব্যখনিত সৰলভাৱে কোনো নাটকীয় পৰিবেশ সৃষ্টি নকৰি কাহিনীটো বৰ্ণনা কৰি গৈছে। জয়মতীৰ মৃত্যুত সুৰপতি ইন্দ্ৰই শোকত আকুল হৈছে কাৰণ তেওঁৰ বংশৰ এগৰাকী নাৰীয়ে জীয়াতু ভোগ কৰিছে, গতিকে জয়মতীক স্বৰ্গ লৈ নিবৰ কাৰণে ৰথসহ মাতলিক মৰ্তলৈ পঠাই দিছে। কাব্যখনিত কবি-হৃদয়ৰ স্পৰ্শ অনুভৱ কৰিব পাৰি—

"সমাপ তাৱদ্দয়িতস্য সুন্দৰী।
সম্যক পতিৰক্ষণে ততো।
ৰভাৰ ইথ্যং খল পতুৰ গ্ৰতঃ।
সখুভিলাষী ভৱৰংগ মন্দিৰে।
কৰোতি সাক্ষাৎ সকলং সুদুষ্কৰম্
হেতোহৃদয়েশ্বৰ প্ৰিয়।
কুৰুস্ব সৰ্বং যদি হোছ্যতে ময়া॥
নগাকুবেশং বিপদো হি ৰক্ষকম্।
প্ৰদায় গাত্ৰে গহনে বিচৰ্য্যতাম॥
পলায়নেচেদ্ভৱনা দ্বিধাস্যতে।
ত্বদীয়ৰক্ষা, নহি, ভিন্নচেষ্টয়া।"

বেজবৰুৱাৰ 'জয়মতী কুঁৱৰী' নাটকখন আকাশবাণীয়ে ১৯৫৭-৫৮ মান চনত ৰাষ্ট্ৰীয় কাৰ্যসূচীৰ অন্তৰ্ভুক্ত কৰি ভাৰতীয় প্ৰায় সকলো ভাষালৈ অনুবাদ কৰি প্ৰকাশ কৰিছিল। হৰিপদ

চট্টোপাধ্যায়ে বঙলা ভাষাত ৰচনা কৰা 'জয়মতী' যাত্ৰা— কলিকতাৰ বহু মঞ্চত অভিনীত হৈছিল। বঙলা ভাষাত গোপালকৃষ্ণ দে শতদলবাসিনী বিশ্বাসৰ ক্ৰমে নব্য ভাৰত আৰু ভাৰত মহিলাত জয়মতী সম্পৰ্কে দুটা প্ৰবন্ধ প্ৰকাশ হৈছিল। মহাসতী জয়মতীৰ বিষয়ে স্বৰ্গীয় নৰনাথ শৰ্মা সভাপণ্ডিতে 'মহাসতী জয়মতী' নামৰ এখন কাব্য ৰচনা কৰিছিল ১৯৩৭ চনত। কাব্য-খনিৰ সম্পৰ্কে কটন কলেজৰ ভূতপূৰ্ব অধ্যক্ষ সতীশচন্দ্ৰ ৰায়ে এই বুলি মন্তব্য দিছিল—"এই গ্ৰন্থখনিৰ ভাষা স্মৰণ কৰাইয়া দেয়। ভাৱেৰ মহত্বে ও ভাষাৰ লালিত্বে মহাসতী জয়মতী বাঙ্গালী পাঠকসকলেৰ চিত্ত আকৰ্ষণ কৰিবে সন্দেহ নাই।" ল'ৰা-ৰজাৰ চাউদাঙে জয়মতীৰ ঘৰলৈ গদাপাণিক বিচাৰি যাওঁতে জয়মতীয়ে এইদৰে কৈছে—

"স্বামীৰ সংবাদ আমি
জানি বা নাজানি—
কিছু নাকহিব আমি
লহ সবে জানি।
কি ভয় দেখাস তোৰা
অধৰ্ম্মী দুৰ্জ্জন।
নাহি ডৰ কৰি আমি
ত্যজিতে জীৱন।
জীৱন ত্যজিতে পাৰি
মুহূৰ্ত্তেক মধ্যে,
ৰাখিতে ধৰম শক্তি
আছে মোৰ মাঝে······"

জয়মতীৰ বিষয় লৈ লিখা এইখন বৈশিষ্ট্যপূৰ্ণ বঙলা কাব্য। সু-সাহিত্যিক শ্ৰীবীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যদেৱে Indian Literature আলোচনীৰ এপ্ৰিল আৰু চেপ্তেম্বৰ মাহৰ সংখ্যাত (১৯৫৮ চন) অসমীয়া নাটক শীৰ্ষক প্ৰবন্ধত আও নগাসকলৰ মাজত জয়মতী

কাহিনীক ভিত্তি কৰি আও ভাষাত ৰচনা কৰা এখন নাটকৰ কথা উল্লেখ কৰিছে। এই নাটক আও নগাসকলৰ মুকলি মঞ্চত অভিনয় কৰা হয় আৰু নাটকখন বৰ জনপ্ৰিয় হৈ উঠিছে। নগা নাৰীসকলক জয়মতীৰ আদৰ্শই যথেষ্ট অনুপ্ৰাণিত কৰিছে বুলি তেখেতে উল্লেখ কৰিছে।* টাই ভাষাত জয়মতীৰ ইতিবৃত্ত ৰচিত হোৱা কথা আগতে উল্লেখ কৰি অহা হৈছে। নেপালৰ বিৰাট-নগৰৰপৰা প্ৰকাশিত হোৱা জনপ্ৰিয় আলোচনী 'নেপালী'ৰ ১৯৭৩ চনৰ জেঠ-আহাৰ-শাওণ মাহৰ সংখ্যাত অধ্যাপিকা গীতা উপাধ্যায়ে 'সতী জয়মতী' শীৰ্ষক নেপালী ভাষাত এটি সচিত্ৰ দীঘলীয়া প্ৰবন্ধ লিখিছিল। প্ৰবন্ধটিত অধ্যাপিকা উপাধ্যায়ে অসমৰ পৰিচয়ৰ মাজেদি জয়মতীৰ আত্মত্যাগৰ কৰুণ কাহিনী মনোৰমকৈ উত্থাপন কৰিছে। প্ৰবন্ধটোৱে নেপাল দেশবাসীৰ মাজত জয়মতী কাহিনীটো প্ৰচাৰ হোৱাত সহায় কৰিব।

দেশৰ সীমা পাৰ হৈ সতীৰ ইতিবৃত্তই বিভিন্ন ভাষাত আৰু দেশৰ ভিতৰতে বিভিন্ন ৰূপত ব্যাপক আৰু আকৰ্ষণীয়ভাৱে জনগণৰ মনৰ দুৱাৰদলিত প্ৰৱেশ কৰিছে আৰু সতীৰ ত্যাগ আৰু আদৰ্শৰ জয়ধ্বজাৰ হাতবাউলি অনুসৰণ কৰিছে। কাৰণ জয়মতীৰ মাজেদি অসমৰ পৰিচয়, অসমৰ নাৰী সমাজৰ প্ৰকাশ আৰু অসমৰ গৌৰৱৰ সতীত্বৰ চানেকি প্ৰকাশ পাইছো। "She speaks, no less eloquently, through the immortal Joymati, who braved torture and death for a precious cause, leaving behind an eternal spring of inspiration for our daughters of today." ( Jayramdas Daulatram, '*Assam speaks*' )

---

* সাপ্তাহিক জনমভূমি কাকতৰ ১৯৭৬ চনৰ ১৯ মে'ৰ সংখ্যাত প্ৰকাশিত প্ৰৱন্ধটোত কিছু কথা যোগ দি এই প্ৰৱন্ধ যুগুত কৰা হৈছে—লিখক।

# বুৰঞ্জীৰ আলোকত জয়মতী

শ্ৰীমানিক বৰগোহাঞিঃ

## জয়মতীৰ জন্মস্থান মাতুৰি চহৰ

মাতুৰি চহৰত আছিলোঁ ডাঙৰ হৈ
বৰগোহাঞিৰ আছিলোঁ জী
গদাপাণি কোঁৱৰে নিলে তুংখুঙলৈ
চক্লং বিয়াকৈ দি।[১]

মহাভাৰতৰ কাহিনীমতে দ্বাপৰ যুগত যদুবংশৰ কেইজনমানে ধেমালিতে এডোখৰ লোহা এটা ডেকা ল'ৰাৰ পেটত বান্ধি সজাই-পৰাই গৰ্ভৱতী তিৰোতাৰ নিচিনা কৰি পিণ্ডাৰক তীৰ্থত স্নান কৰিবলৈ যোৱা ঋষি-মুনিসকলক এই তিৰোতাৰূপী ল'ৰাটোক দেখুৱাই সুধিলে—

কৃপাময় ঋষি-মুনি তোৰা সৰ্বজান।
ভূত ভবিষ্যত কথা জানা বৰ্তমান॥
এই দেখা গৰ্ভৱতী নাৰী দশ মাস।
কিবা কন্যা কিবা পুত্ৰ কিবা হোৱে নাশ॥
ভালমতে গণি পঢ়ি চাহিয়ো শাস্ত্ৰত।
স্বৰূপ চাহিয়া সবে কহিয়ো আমাত।

১। কৃপানাথ ফুকনৰ দ্বাৰা ৰচিত মালিতা; এই মালিতা ডঃ সূৰ্যকুমাৰ ভূঞাদেৱৰ ৰচিত 'অসম-জীয়ৰী' ২য় খণ্ডত সন্নিবিষ্ট হৈছে।

মুনিসকলে যোগবলে কথাটোৰ ৰহস্য জানিব পাৰি খণ্ডত অভিশাপ দিলে যে তিৰোতাজনীৰ পেটৰপৰা এডাল মূষল ওলাব আৰু সেই মূষলে যদুবংশক ধ্বংস কৰিব। ঋষিৰ শাপ অথলে নিয়াবৰ কাৰণে সিহঁতে মূষলডাল ঘঁহি ঘঁহি গুড়ি কৰি ঘাসৰত উটুৱাই দিলে।

ঘসন্তে ঘসন্তে লোহা গুড়ি ভৈলা
কিছুমাত্ৰ শেষ ৰৈলা।
লোহা গুড়ি লৈয়া ঘাসৰে পেহলাই
বোলন্তে দুৰ্গতি গৈলা।

আচৰিত কথা—সেই লোহাৰ গুড়িবোৰ পানীৰ তললৈ নগ'ল। তেনেহলে হ'ল কি ?

মুনি বোলে শুনা ৰজা জন্মেজয়
যিসব হৈলন্ত পাছে।
চৌৰ আস্ফালে লোহা গুড়ি গৈয়া
মাতুৰি হৈলন্ত কাছে।

পৌৰাণিক আখ্যানমতে এয়েই মাতুৰি বনৰ উৎপত্তিৰ কথা। এই মাতুৰিবন গজাৰ কাৰণেই চহৰখনৰ নাম হ'ল মাতুৰি। এই মাতুৰিৰ দক্ষিণ-পূব খণ্ডক ভাজনি বোলে। আজি-কালি এই ভাজনি নামটো লাহে লাহে লোপ পাই আহিছে।

অসমৰ পুৰণি ৰাজধানী গড়গাঁও নগৰৰ দক্ষিণ-পশ্চিমে আকাশী-পথেৰে প্ৰায় তিনি মাইল আৰু উত্তৰ-পূব সীমান্ত ৰেলৰ নাজিৰা ষ্টেছনৰপৰা পশ্চিমে আকাশী-পথেৰে প্ৰায় দুমাইল দূৰত অৱস্থিত বুৰঞ্জী-প্ৰসিদ্ধ এই চহৰখন। এই চহৰৰ পূবখণ্ডত এখন বিল আছে আৰু ইয়াৰ কাষৰ হাবিত চোকা ধাৰৰ ক্ষুৰ সদৃশ পাতৰ মাতুৰি বন প্ৰচুৰ পৰিমাণে আছিল। আজি-কালি এই বন একেবাৰেই নাইকিয়া হৈ গ'ল। হাবিৰ মাজত ছেগা-চোৰোকাকৈ এজোপা দুজোপা প্ৰায় চল্লিছ বছৰমানৰ আগতে দেখা গৈছিল। আহোম

ৰজাৰ দিনত এই মাচুৰি বনেৰে সজা কঠ বৰ আপুৰুগীয়া বুলি পৰিগণিত হৈছিল। এই কঠ সাধাৰণ শ্ৰেণীৰ লোকৰ ব্যৱহাৰৰ বস্তু নাছিল; ৰজা, ডা-ডাঙৰীয়া বা ধৰ্মগুৰুৱে ভকতৰ সৈতে বহি ঈশ্বৰ উপাসনা কৰা গৃহতহে ব্যৱহাৰ কৰা হৈছিল। জিকিৰৰ এটি পংক্তিয়েও এই কথাৰ ইঙ্গিত দিয়ে—

সৰাগুৰি চাপৰি দিখৌ নৈ কাষৰি
ৰজাই বন্ধাই দিয়া মঠ।
ছকুৰি ভকতে লয় আল্লাৰ নাম
মাচুৰি বনৰে কঠ॥

এই মাচুৰি চহৰতে জন্ম গ্ৰহণ কৰিছিল জয়মতী। জয়মতী আছিল মাচুৰিয়াল বৰগোহাঞিঃ ফৈদৰ লাইথেপেনা বৰগোহাঞিৰ জীয়েক, তুংখুঙীয়া ৰাজকোঁৱৰ ফৈদৰ গদাপাণিৰ পত্নী।

লেচাই বুঢ়াগোহাঞিৰ জীয়েক মোৰ আইতা
চন্দ্ৰদাৰু সুন্দৰী বৰ;
দেউতা হৈছিলে লাইথেপেনা বৰগোহাঞিঃ
মাচুৰি চহৰত ঘৰ।

( কৃপানাথ ফুকনৰ মালিতা )

মাচুৰি চহৰত ভালেমান মৈদাম আছে; কিছুমান মৈদাম মানুহে খহাই প্ৰায় নাইকিয়া কৰিলে। এই মৈদামবোৰৰ সৰহখিনিয়েই জয়মতীৰ দেউতাক, ককায়েক, ভায়েক আৰু মাকহঁতৰ মৈদাম বুলি জনাজাত। সকলো মৈদামৰ ভিতৰত লাইথেপেনা বৰগোহাঞিৰ মৈদামটোৱেই ওখ। এই মৈদামবোৰৰ চাৰিওমেৰৰ বৰ্গৰ মাটিকালি চৰাইদেও পৰ্বতৰ ৰজাসকলৰ মৈদামৰ লগত প্ৰায় সমান বুলি কব পাৰি। জয়মতীৰ মাকহঁতৰ মৈদামবোৰ উত্তৰা-দক্ষিণাকৈ প্ৰায় এমাইল জুৰি আছে। এইবোৰ লেছেৰি মৈদাম বুলি স্থানীয়ভাবে জনাজাত। ধানৰ থোকৰ দৰে এটাৰ পিছত এটা পোনকৈ প্ৰায় এমাইল জুৰি থকা কাৰণেই এইবোৰক লেছেৰি মৈদাম বুলি

কোৱা হয়। সংৰক্ষণৰ ব্যৱস্থা নথকাৰ কাৰণেই এই মৈদামবোৰৰ কেইটামান মাহুৰি চাহ-বাগিচাৰ কৰ্তৃপক্ষই খহাই নাইকিয়া কৰিলে।

## বংশাৱলীত জয়মতী আৰু গদাপাণিৰ কথা

চাও চুকাফা সৌমাৰ অভিযানৰ লগত অহা তেওঁৰ এজন মন্ত্ৰীৰ নাম আছিল ৎচাউমুংকানঙন বৰগোহাঞি। বৰগোহাঞি শব্দটো আহোম শব্দ নহয়; আহোমসকলে অসমত ৰাজ্য প্ৰতিষ্ঠা কৰ'ৰ বহুত দিনৰ পিছতহে উৎপত্তি হোৱা শব্দ। মূল শব্দটো আছিল 'কুন্‌হাই' অৰ্থাৎ দেশ-চলাওঁতা। বৰগোহাঞি বংশাৱলীমতে ৎচাউমুংকানঙন বৰগোহাঞিৰপৰা ছয়পুৰুষত ৎচাউকাংবাঙুক। এওঁ চুহান্‌ফা স্বৰ্গদেৱৰ দিনত ৰাজমন্ত্ৰী হয়। কিছু কিছু বুৰঞ্জীত (ছপা হোৱা আৰু সাঁচিপতীয়া উভয়তে) এওঁৰ নামটো ত্যাওকাংবানৰেক বা চাউকাংবানৰুক বুলি লিখা আছে। এইজনা বৰগোহাঞিৰে লাইলাংবাক, লাঙিখেনতৌ, লাঙহোঙ ওৰফে ফ্ৰাচেংমুঙ, লাংহেন, লাংথান, লাংলাও আৰু লাংচুক নামেৰে সাতজন পুতেক আছিল। ৎচাউকাংবাঙুকৰ দিনলৈকে বৰগোহাঞি বংশৰ ফৈদৰ নামকৰণ হোৱা নাছিল। এওঁৰ দিনতে পুতেকসকলক বিভিন্ন ঠাইত মাটি-বাৰী দি বহুৱালে। এওঁ-লোকৰে পঞ্চমজন লাংখুনক ওৰফে থাওমুংলুঙক মাহুৰিত পাতিলে। তেতিয়াৰপৰা এওঁৰ বংশক মাহুৰিয়াল ফৈদ বোলা হয়। এইজন লাংখুনৰে তিনিজন পুত্ৰৰ নাম আছিল লাংলুৰু, লাংলাও আৰু খামপেত। খামপেত চুচেংফা স্বৰ্গদেৱৰ দিনত ৰাজমন্ত্ৰী আছিল। ৰৰপুতেক লাংলুৰুৰ নাতিয়েক লেচাইদাঙে চুচেংফা স্বৰ্গদেৱৰ ৰাজত্ব কালতে সৃষ্টি কৰা সলাল গোহাঞি বিষয়খন পায়। এই লেচাই-দাঙৰে তৃতীয় পুত্ৰ লালুক ফুকনৰ ৰৰপুতেক জয়মতীৰ দেউতাক লাইথেপেনা বৰগোহাঞি। এওঁৰ দুজন ভায়েক লাংকু আৰু পেনন। লাংকু ৰাজখোৱা হৈছিল। পেননে কি বিষয় পাইছিল বংশাৱলীত উল্লেখ নাই। লাইথেপেনা বৰগোহাঞিৰ বাৰ গৰাকী পত্নীৰপৰা

চৌবিশ গৰাকী পুতেক আৰু তেৰ গৰাকী জীয়েক হৈছিল। পুতেক-সকলৰ নাম আছিল কংখান ( ববজনা সলাল গোহাঞি ), কমলাকান্ত ( ৰাজমন্ত্ৰী ), ৰামচন্দ্ৰ ( খনিকৰ বৰুৱা ), লাও ( ঘোঁৰাবৰুৱা ), লংখাও, চামখাও বা ঘনশ্যাম ( সলাল গোহাঞি ), লংলুত, হৰিৰাম, থাপাত ( চেতিয়া পাত্ৰবৰুৱা ), ধনীৰাম ( দোলাকাষৰীয়া বৰুৱা ), চিপা, লালত, সুন্দৰ, তনখাম, কলিয়াচেন ( চেতিয়া পাত্ৰ বৰুৱা ) লাংখুৱান, খামছেং ( দ'ল বন্ধা ৰাজমন্ত্ৰী বৰগোহাঞি ), মোহন, লাংখুন, খামছং ( খণ্ডিয়া ফুকন ), লাংবাং ( নাওশলিয়া বৰুৱা ), পূৰ্ণানন্দ, অভয়চৰণ ( চেতিয়া পাত্ৰ বৰুৱা ), সুমলি ( ৰাজমন্ত্ৰী বৰগোহাঞি )। জীয়েকসকলৰ নাম আছিল জয়মতী, বিজয়মতী, জয়প্ৰভা, জয়কান্তি, জয়তৰা, জনাপ্ৰভা, জয়দা, ৰত্নপ্ৰভা, অঞ্জনা, হীৰামতী, শুক্লমতী, চেংমতী আৰু জয়েশ্বৰী। পত্নীসকলৰ নাম আছিল চন্দ্ৰদাৰু, গঙ্গাপ্ৰভা, অৰুণমতী, অভয়মতী, লাইমতী, ৰংমলা, কমলা, সৰুমলা, জনা, চণ্ডিকা, অম্ৰাৱতী আৰু অলকা। জয়মতীৰ মাক আছিল চন্দ্ৰদাৰু।[২]

তুংখুঙীয়া ৰাজকোঁৱৰৰ বংশাৱলীৰ মতে ৰাজকোঁৱৰ বংশৰ ফৈদৰ নামকৰণ হয় চুহুংমুং স্বৰ্গদেৱৰ দিনৰপৰা। এইজনা স্বৰ্গদেৱৰ পাঁচজন পুতেকৰ ভিতৰত প্ৰথমজনা আছিল চুক্লেংমুং ; এওঁৰ বংশক দিহিঙীয়া ফৈদ বোলে। দ্বিতীয়জনা চুৰেং, এওঁক চাৰিঙত চাৰিঙীয়া ৰজা পতা হৈছিল কাৰণে এওঁৰ বংশক চাৰিঙীয়া ফৈদ বোলে। তৃতীয় জনা চুতেং, এওঁক নামৰূপত নামৰূপীয়া পতা হৈছিল আৰু নিজাকৈ

২। লিখকৰ ঘৰৰ বংশাৱলীৰপৰা জয়মতীৰ বংশৰ কথাখিনি উল্লেখ কৰা হৈছে। ১৯৭৬ চনৰ ১০ এপ্ৰিলত জয়সাগৰৰ পাৰত পতা জয়মতী উছৱৰ স্মৃতি-গ্ৰন্থত জয়মতীৰ পৰিয়ালৰ যি বংশাবলী দেখুওৱা হৈছে তাত নামৰ আৰু ফৈদৰ ভুল হৈ আছে। ব্ৰহ্মাচাৰ্য ভোলানাথ বৰগোহাঞিয়ে ১৯৩৫।৩৬ চনতে সেই বংশাৱলী এই লেখকৰ ঘৰৰপৰা টুকি নিছিল। স্মৃতি-গ্ৰন্থত কেনেকৈ ভুল হবলৈ পালে জনা নেযায়।

তুংখাঙত ( আজিকালি তিংখাং বোলা হয় ) মাটি-বাৰী আছিল। এওঁৰপৰা বাঢ়িযোৱা বংশৰ ঠালটোক তুংখুঙীয়া ফৈদ বোলা হয়। চতুৰ্থজনা চুখ্রেং, এওঁক তিপামত তিপমীয়া ৰজা পাতিছিল কাৰণে এওঁৰ ফৈদক তিপমীয়া ফৈদ বোলে। পঞ্চমজনৰ নাম চুক্রেং ; এওঁক পৰ্বতৰ অঞ্চলত ৰজা পাতিছিল। এওঁৰ বংশক পৰ্বতীয়া ফৈদ বোলে। এই ফৈদ কেইটাৰ ওপৰিও এওঁলোকৰ পিছৰ কোঁৱৰ একজনাৰ বংশক চামগুৰীয়া ফৈদ নামেৰে অভিহিত কৰা হয়। আহোম ৰাজকুমাৰসকলৰ ভিতৰত যিজনক চাৰিঙীয়া ৰজা পতা হয় তেওঁ ৰাজ-সিংহাসনত বহাৰ প্ৰথম সুবিধা পায়। কিন্তু কেতিয়াবা এই নিয়মৰ ব্যতিক্ৰমো ঘটিছিল।

তুংখুঙীয়া ফৈদৰ চুতেং নামধাৰী ৰজাৰ পুতেকৰ নাম চাৰং গোহাঞি। এওঁৰ দুজন পুতেক—গোবৰ গোহাঞি আৰু নিশা-বঙা-গোহাঞি। গোবৰৰ দুজন পুতেক—বাউলী নামৰ গদাপাণি আৰু জম্বৰ বৰগোহাঞি। এওঁলোকৰ এগৰাকী বায়েক আছিল। বাউলীক বন্দৰ বৰফুকনে বিয়া কৰিছিল। গোবৰ গোহাঞিয়ে মাত্ৰ কুৰিদিন হে ৰজা হ'বলৈ পালে।[৩]

## জয়মতীৰ বিষয়ে এটি অপ্ৰকাশিত জনগীত

জনশ্ৰুতি মতে জয়মতী আৰু গদাকোঁৱৰৰ প্ৰথম দেখাদেখি হোৱাৰ কাহিনী—পৰম্পৰাগত হিচাবে কিছুলোকৰ মাজত আজিও প্ৰচলিত হৈ আছে। গদাকোঁৱৰে হেনো জহকালি এদিন দুপৰীয়া চোঁফলীয়া ৰ'দত ফুৰি ফুৰি মাছুৰিৰ ভাজনি খণ্ডত লাইথেপেনা বৰ-গোহাঞিৰ ঘৰত সোমালেহি। সেইসময়ত জয়মতীৰ বাহিৰে ঘৰত আন কাকো নেদেখি কোঁৱৰে ভোক-পিয়াহত তত্ নাপাই জয়মতীক

৩। ড° সূৰ্যকুমাৰ ভূঞা সম্পাদিত তুংখুঙীয়া বুৰঞ্জীৰ ( ইংৰাজী সংস্কৰণ ) ২২৪ পৃষ্ঠাত থকা তুংখুঙীয়া বংশৰ বংশাৱলী দ্ৰষ্টব্য।

ঘৰত তেতিয়া খাবলৈ যি আছে ততাতৈয়াকৈ তাকে দিবৰ কাৰণে অনুৰোধ কৰিলে। জয়মতীয়ে ততাতৈয়াকৈ খোৱাৰ যোগাৰ কৰাৰ উপায় নেপাই পঁইতা ভাতকে তিতাবৰীয়া হাতীখুজীয়া বাটি এটাত এবাটিকৈ কুমলীয়া কঠীয়াপাত ভজা আৰু খাৰলিৰে খাবলৈ দিলে। কোঁৱৰে তাকে খাই অতি তৃপ্তি পালে আৰু যাবৰ সময়ত এইদৰে হেনো কৈ গ'ল, "লগ পাম তোমাক বিধিয়ে যদি মিলাই আমাক।" আমি সৰুতে কাহিনীটো এইদৰে শুনিছিলোঁ। ঠাই ভেদে কাহিনীটোৰ অলপ ৰূপ লৰা দেখা যায়। এই কাহিনীটোৰ কথা 'জয়মতী আৰু মূলা গাভৰু' নামৰ পুথিখনত শ্ৰীলীলা গগৈদেৱে লিপিবদ্ধ কৰোঁতে কোঁৱৰে যাবৰ সময়ত জয়মতীৰ আগত কৈ যোৱা কথাষাৰ এনেদৰে লিখিছে—"লগ ল'লে ল'ম তোমাক, দিন আহিলে মিলাব আমাক।"

সি যি কি নহওক, কাহিনীটোৰ অন্তৰালত এটা সত্য নিহিত থকা যেন বোধহয় যে গদাকোঁৱৰে ফুৰি ফুৰি সলাল গোহাঞিৰ ঘৰত সোমোৱাৰ কাৰণ, হয় তেওঁ প্ৰকৃততে ভোকাতুৰ হৈ কিবা এটা খাবলৈ বিচৰা, নহয় খাবলৈ বিচৰা চলেৰে সলাল গোহাঞিৰ কন্যাক বিবাহ কৰিবৰ কাৰণে অচিনাকি আলহী হৈ চাই যোৱা।

জয়মতীৰ শাস্তি আৰু গদাপাণিৰ পলায়ন সম্পৰ্কে বহুত কথাই আজিকালি লাহে লাহে লোপ পাই আহিবলৈ ধৰিছে। জয়মতীৰ শাস্তি সম্পৰ্কে এতিয়ালৈকে যিখিনি গীত প্ৰকাশ হৈছে বা প্ৰকাশ নোহোৱাকৈ মুখে মুখে প্ৰচলিত আছে, সেই বিলাকৰপৰা জয়মতীক শাস্তি দি মৰা কথাটোৰ আমি এনে এখন ছবি দেখিবলৈ পাওঁ যিখন ছবি আজিলৈকে প্ৰকাশিত বা অপ্ৰকাশিত কোনো এখন বুৰঞ্জীতে (ডুতিৰাম হাজৰিকাৰ কলিভাৰত বুৰঞ্জীৰ বাহিৰে) ভালদৰে পাবলৈ নাই। কিমানদিন ৰজাৰ চাউদাঙে জয়মতীক শাস্তি দিছিল আৰু সেই শাস্তিৰ ফলত জয়মতীৰ অন্তৰত

শোকানুভূতি উথলি উঠি কেনেকুৱা ধৰণে দুখৰ বিননি প্ৰকাশ পোৱাৰ সম্ভাবনা থাকিব পাৰে তাকে তলৰ জনগীতটিত অনুৰণিত হৈছে—

( ১ ) এদিনে খপিলোঁ
জেৰেঙা পথাৰত
কিনো নহৰবে হ'ল ;
তিৰিৰে ওপৰত
যমৰে যাতনা
ৰাজখন তললৈ গ'ল।

( ২ ) দুদিনে খপিলোঁ
জেৰেঙা পথাৰত
কিনো নহবৰে হ'ল ;
বৰগোহাঞি জীয়ৰী
ৰজাঘৰৰ বোৱাৰী
জেৰেঙাত নাঙঠী হ'ল।

( ৩ ) তিনিদিন খপিলোঁ
জেৰেঙা পথাৰত
শিয়ালে কৰে আৰাও ;
চমটাৰ কোবতে
যাতনা ভুগিছোঁ
তেজেৰে ৰাঙলী গাৱ।

(৪) চাৰিদিন খপিলোঁ
জেৰেঙা পথাৰত
কাউৰীয়ে কৰিছে কা ;
ছঅঁৰা চাউদাঙে
নানা শাস্তি কৰে
যাতনাত পুৰিছে গা।

(৫) পাঁচেদিন খপিলো
জেৰেঙা পথাৰত
জিলিয়ে কৰিছে জা ;
ছঅঁৰা চাউডাঙে
নানা শাস্তি কৰে
দেখিছোঁ মৰণৰ ছাঁ।

(৬) ছদিনে খপিলোঁ
জেৰেঙা পথাৰত
ওপৰে শগুণ উৰে ;
চোৱাহি এবাৰ
ডা-ডাঙৰীয়া
দেহা মোৰ কেনেবা কৰে।

(৭) সাতে দিন খপিলোঁ
জেৰেঙা পথাৰত
জেৰেঙাত চ'তৰে বা
যমৰে যাতনা
কতনো ভুগিম মই
কঁপনি উঠিছে গা।

(৮) আঠেদিন খপিলো
জেৰেঙা পথাৰত
ৰাতি শুনো হুতুৰে মাত:
মুখৰ মাত হৰে
গা মোৰ পোৰে
পেটত নাইকিয়া ভাত।

(৯) ন দিন খপিলোঁ
জেৰেঙা পথাৰত
ফেঁচাই কৰিছে নিউ;
নিঠুৰ চাওডাঙ
সৰেও টোপনিত
ভয়তে উৰে মোৰ জীউ

(১০) দহ দিন খপিলো
জেৰেঙা পথাৰত
বিৰিণা ইকৰা লৰে;
লাই লেচাই মোৰ
ক'তে কিনো কৰিছে
ঘনেকৈ মনতে পৰে।

(১১) এঘাৰ দিন খপিলোঁ
জেৰেঙা পথাৰত
কিনো অথন্তৰে হ'ল;
বঙহৰ দেউ অ'ই
কুশলে থাকা যেন
মোৰহে নহবৰ হ'ল।

( ১২ ) বাৰদিন খপিলোঁ
জেৰেঙা পথাৰত
কিনো অভাগিনী হাঁয়
চাওদাঙৰ হাততে
জীয়াতু ভুগিছোঁ
বতৰা লওঁতা নাই।

( ১৩ ) তেৰ দিন খপিলোঁ
জেৰেঙা পথাৰত
মাজনিশা ডাউকে কান্দে;
চকুত নাই টোপনি
গাত মোৰ পোৰণি
নিবলৈ মৰণে চান্দে।

( ১৪ ) চৈধ্যদিন খপিলোঁ
জেৰেঙা পথাৰত
দেশৰে ৰাইজ মোৰ
খেমিবা যদি হয় দায়;
কাল অজগৰে
গিলিব অচিৰে
ৰাখোঁতা কোনো যে নাই।

( ১৫ ) পোন্ধৰ দিন খপিলোঁ
জেৰেঙা পথাৰত
লাই লেচাই অ' মোৰ সবগৰ তৰা
আহা মোৰ পোনাহঁত
চাই লওঁ এবাৰ
কাললৈ নুমাম মই আজিৰে পৰা।

শিৱসাগৰ মহকুমাৰ খালৈঘোগোৰা মৌজাৰ ডবা অঞ্চলত বাস-কৰা স্বৰ্গীয় কৃপানাথ ফুকনদেৱে ( পিছত তেওঁ তিংখাঙলৈ উঠি যায় আৰু তাতে স্বৰ্গী হয় ) উত্তৰ ব্ৰহ্মদেশ অঞ্চল ভ্ৰমণ কৰোঁতে শ্যাম বুৰঞ্জী এখনত জয়মতীৰ কথা পাই মালিতা হিচাবে কথাখিনি ৰচনা কৰে। তেওঁৰ মালিতাটি ছন্দৰ ফালৰপৰা চাবলৈ গলে ওপৰত উল্লেখ কৰা গীতটিৰ অনুৰূপ বুলিব পাৰি। সেই গীতত জয়মতীৰ মাক-বাপেক, ভাই-ককাই আৰু বাই-ভনীসকলৰ যি পৰিচয় ডাঙি ধৰিছে সেই পৰিচয়ৰ লগত মাতুৰিয়াল বৰগোহাঞিৰ বংশাৱলীত থকা জয়মতীৰ বংশৰ সম্পূৰ্ণ মিল আছে। গীতটিত কিন্তু ভাই-ককাইসকলৰ নামৰ সলনি ছওঁৰা ককাই-ভাই বুলি উল্লেখ আছে।

ছওঁৰা ককাই ভাই এঘাৰজনী মাহী আই
তেৰ বাইভনী ঘাই
মাতুৰি চহৰত ডাঙৰ হৈ আছিলোঁ
আই বোপাই আহঙত থায়।[8]

স্বৰ্গীয় কৃপানাথ ফুকনৰ মালিতা আৰু ওপৰত উল্লেখ কৰি অহা দীঘলীয়া মালিতাত থকা দুটা শব্দৰ চয়ন মন কৰিবলগীয়া; সেয়া হৈছে "ছওঁৰা চাউদাঙে।" জয়মতীক শাস্তি দিবলৈ কিমান চাউদাঙ নিয়োগ কৰা হৈছিল সেই সংখ্যাৰ পৰিমাণ দুয়োটা গীততে 'ছওঁৰা' বুলি উল্লেখ আছে। ওপৰত উল্লেখ কৰা দীঘলীয়া গীতৰ চাৰি আৰু পাঁচ পংক্তি আৰু কৃপানাথ ফুকনৰ তলত উল্লেখ কৰা পংক্তিলৈ মন কৰিলেই বৈসাদৃশ্য নেথাকে।

ছওঁৰা চাউদাঙে নানা শাস্তি কৰে
মাৰিব যাতনা দি;
ছওঁৰা ককাই ভাই আহঙত খাইছিলোঁ
ৰাজমন্ত্ৰীৰ আছিলোঁ জী।

---

৪। ড০ সূৰ্যকুমাৰ ভূঞাৰ 'অসম-জীয়ৰী'ৰ দ্বিতীয় খণ্ডত প্ৰকাশিত জয়মতী কাহিনীৰ দীঘলীয়া গীতটি চাওক।

এতিয়ালৈকে জয়মতীৰ বিষয়ে যিখিনি জনগীত প্ৰচলন হৈ আছে বা প্ৰকাশ পাইছে, সেইবিলাকৰ ভিতৰত কৃপানাথ ফুকনৰ মালিতা, এই প্ৰবন্ধত সন্নিবিষ্ট কৰা গীতটি আৰু কিছু বছৰৰ আগতে সাপ্তাহিক 'জন্মভূমি'ত হৰিচন্দ্ৰ গগৈদেৱে উদ্ধাৰ কৰি প্ৰকাশ কৰা এটি জনগীত[৫] —এই তিনটি জনগীতেই আকাৰত প্ৰায় সমান বুলি কব পাৰি। এই গীত কেইটিয়ে স্পষ্টভাবে প্ৰমাণ কৰে, জয়মতীয়ে নানা শাস্তি ভুগি মৃত্যুবৰণ কৰিবলগীয়া হয়। গীতটিৰপৰা জয়মতীক পোন্ধৰ দিন শাস্তি দিয়াৰ কথা আমি জানিব পাৰোঁ। শাস্তিতে যে জয়মতীৰ মৃত্যু হয় সেই কথা আন এটি সৰু গীতেও প্ৰকাৰান্তৰে আমাক জানিবলৈ দিয়ে।

চিলাই থাপে মাৰি ওকণি কাঢ়িলে
কিনো নহবৰে হ'ল
ল'ৰা ৰজা নৰকী
দেবেৰা পাতকী
আই কুঁৱৰী কি দশা হ'ল!
লানি পাতি ওলালে মেকলৌ পৰুৱা
লানি পাতি ওলালে বগ
আইনো কুঁৱৰী গোবৰ ৰজাৰ বোৱাৰী
পৰিয়াই ধৰিলে লগ।
লাফ মাৰি আনি যাম
ঢাপৰ তামোল থুকি

---

৫। হৰিচন্দ্ৰ গগৈদেৱে প্ৰকাশ কৰা জনগীতটি বিচাৰি নোপোৱাত এই প্ৰবন্ধত উল্লেখ কৰিব পৰা নহ'ল। গীতৰ কথা প্ৰায় ফুকনৰ মালিতাৰ লগত মিলে যদিও ফুকনৰ মালিতাত নথকা জয়মতীৰ ককাই-ভাইসকলৰ হিন্দু নামবিলাকৰ উল্লেখ আছে।

চৌ মাৰি চিঙি যাম পাণ
জয়মতী কুঁৱৰী বৰগোহাঞি জীয়ৰী
জীৱন দি গলে দান।

আহোম যুগত জনসাধাৰণৰ মাজত শিক্ষাৰ বহল প্ৰচলন নথকা সত্বেও মানুহে শুনিয়েই বহুত গীত মনত ৰাখিব পাৰিছিল। সেই গীতবোৰ মুখে মুখে আজিলৈকে কিছু বুঢ়া-বুঢ়ী মানুহৰ মাজত প্ৰচলিত আছে যদিও সেইবোৰ লিখিত ভাবে গোটাই সংৰক্ষণ কৰিবৰ কাৰণে ভালদৰে চেষ্টা নকৰাৰ ফলত বহুত গীতেই পুৰণি চামৰ মানুহ নাইকিয়া হৈ অহাৰ লগে লগে লাহে লাহে লোপ পাই আহিছে। জয়মতীৰ বিষয়ে হয়তো আৰু সৰু-সুৰাকৈ কিছু গীত আছিল। অসমীয়া জনসমাজত আহোম যুগত যিবিলাক গীত প্ৰচলিত আছিল বা এতিয়াও আছে সেইবিলাক গীতহে, বুৰঞ্জীৰ ফালৰপৰা চাবলৈ গলে, আমি নিৰ্ভৰযোগ্য বুলি কব পাৰোঁ। কুৰি শতিকাত কবিসকলে অসমীয়া, বঙলা বা সংস্কৃত ভাষাত যি গীত বা কবিতা জয়মতীৰ সম্পৰ্কে ৰচনা কৰিছে সেইবিলাক অসমীয়া জনগীত, জনশ্ৰুতি বা বুৰঞ্জীৰ আলম লৈয়ে ৰচিত হৈছে।

গদাকোঁৱৰে ৰজাৰ পৰীয়াৰ হাতত ধৰা নপৰাকৈ ৰাজ্যৰ বিভিন্ন ঠাইত ঘূৰি ফুৰাৰ কাহিনী কিছুমান শুনিবলৈ পোৱা যায়। ৰজা হোৱাৰ পাছত গদাকোঁৱৰে যিসকলে তেওঁক আশ্ৰয় দিছিল বা কোনো প্ৰকাৰে পলাই থকা অৱস্থাত সহায় কৰিছিল সেইসকলৰ নামত কৃতজ্ঞতাৰ চিন স্বৰূপে আলি, পুখুৰী, দ'ল আদি কৰোৱা, মাটি-বাৰী দিয়া শুনিবলৈ পোৱা যায়। বুৰঞ্জীত এই আলি-পুখুৰী-বাৰী আদিৰ নাম আছে যদিও এইবিলাকৰ লগত জড়িত থকা কাহিনীবোৰ পাবলৈ নাই, মুখে মুখে চলি থকা কাহিনী আৰু জনগীতৰ সহায়তহে এইবিলাক কৰোৱাৰ কাৰণ জানিব পাৰি।

---

৬। শ্ৰীহেম বুঢ়াগোহাঞিৰ 'জনসংস্কৃতিৰ ৰশ্মিৰেখা' ১ম খণ্ড, পৃষ্ঠা ৩

গদাকোঁৱৰে পলৰীয়া অৱস্থাত ঘূৰি ফুৰোঁতে এবাৰ শলঠেকত পৰোঁতে তিনিজনী পোহাৰীয়ে তেওঁক কাপোৰেৰে ঢাকি নিজৰ এজন আপোন মানুহ ঢুকুৱাত কন্দাৰ দৰে ইনাই বিনাই কন্দাৰ ভাও জুৰিলে। ৰজাৰ পৰীয়াই এইকথা সঁচা বুলি ভাবি কাপোৰ গুচাই চাবৰ আৱশ্যক বোধ নকৰি গুচি গ'ল। কোঁৱৰে ৰজা হৈ এই তিনি পোহাৰীৰ নামত আলিপুখুৰী বাৰী আদি কৰাই দিয়ে বুলি জনশ্ৰুতিয়ে কয়। এই বিষয়ে জনগীতৰ এটি পংক্তি প্ৰচলিত হৈ আছে—

ৰহাৰ ৰহদৈ টিপামৰ ভাদৈ
শলগুৰিত আঘোণী বাই,
তিনিৰো ডিঙিত ধৰি তিনিও কান্দিলে
সমন্ধ একোৱেই নাই।

এই গীতৰ ৰহা শব্দটোৱে নগাঁৱৰ ৰহা নামৰ ঠাইখনক বুজোৱা নাই; চৰাইদেও আৰু শিমলুগুৰিৰ মাজৰ আৰু ধোদৰ আলিৰ দক্ষিণৰ ৰহণ অঞ্চলটোৰ কথাহে কৈছে। আচলতে তিনিওজনী পোহাৰী একে ঠাইৰে আছিল। গদাধৰ সিংহ স্বৰ্গদেৱে সিহঁতৰ নামে আলি, পুখুৰী, বাৰী আদি কৰাই ৰহণ, শলগুৰি আৰু টিপামত তিনিওকে ভালদৰে স্থাপিত কৰাৰ পিছতহে উক্ত জনগীতটোৰ প্ৰচলন হয় বুলি ভাবি লব পাৰি।

অন্য এক কাহিনীৰ মতে শিমলুগুৰিৰ দক্ষিণে চণ্টকৰ ওচৰৰ দিখৌ কাষত থকা দুজনী পোহাৰীয়ে গদাকোঁৱৰক পলাই থকা অৱস্থাত আশ্ৰয় দি সহায় কৰাৰ কথা শুনা যায়। বৰ্তমান ধোদৰ আলিৰপৰা নগা পাহাৰৰ ফাললৈ যোৱা ৰমণী আৰু সোণাদৈ আলি দুটা সেই পোহাৰী দুজনী নামৰ স্মৃতিচিন বুলি কথিত আছে। নগা পাহাৰৰ নগা-চাঙত পলাই থাকোঁতে গদাকোঁৱৰৰ প্ৰতি এজনী নগা গাভৰুৰ হেনো বৰ আসক্তি জন্মিছিল। সেই গাভৰুৱে গদাকোঁৱৰ ভৈয়ামলৈ গুচি অহাৰ পিছত তেওঁক বিচাৰি

আহি পাহাৰৰ কাষৰ দিখৌ নৈত পৰি মৃত্যু বৰণ কৰাৰ কথাও জন-মানসত সোমাই আছে। সেই নাগিনী ছোৱালীজনীৰ মৃত্যু হোৱা ঠাইডোখৰ তেতিয়াৰপৰা নাগিনীমৰা নামেৰে জনাজাত হৈ পৰিল।

গদাপাণিয়ে পলাই ফুৰা অৱস্থাত লাকুৱা অঞ্চলৰ লাইলৌ বৰুৱা নামেৰে এজন লোকে তেওঁক উদৰ পুৰাই এসাজ ভাত খুৱাইছিল। ভাত খোৱাৰ পিছত ৰজাঘৰীয়া চোৰাংচোৱাৰপৰা নিস্তাৰ পাবৰ বাবে আৰু গৃহস্থকো ৰজাৰ অত্যাচাৰৰপৰা ৰক্ষা কৰাৰ মানসে তেওঁ গৃহস্থৰ ঘৰৰপৰা আঁতৰি গৈ এটা পুখুৰীৰ পাৰৰ জামুক এজোপাতে আঁউজি টোপনিয়ালে। এই কথাৰ আলমত জনগীতৰ এটি পংক্তি শুনা যায়—

কিনো জামুক গছৰ পাত
লাইলৌ বৰুৱাই গদাকোঁৱৰক
খুৱালে এসাজ ভাত।
নগৰত লাগিলে জগৰ
ভাত খাই কোঁৱৰে জামুকৰ গছতে
আঁউজি পলালে ভাগৰ।

এদিন ভৰদ্বপৰীয়া লান বৰুতাৰ ওচৰৰ এগৰাকী গাভৰুৱে এটুপি পানী খুৱাই ৰজাৰ পৰীয়াৰ কবলৰপৰা ৰক্ষা কৰিবলৈ ঘৰৰ পিছ-দুৱাৰেদি কিদৰে পলুৱাই পঠাইছিল সেই কথা তলৰ গীত-ফাকিয়ে ইংগিত দিয়ে—

আই সোণামতী মহনৰ জীয়ৰী
ভদৰাম বাপেৰৰ নাও
এটুপি পানী দি গদাক পলোৱালি
সেয়েহে তোৰ নাম লওঁ।[৭]

৭। শ্রীহেম বুঢাগোহাঞিৰ 'জনগীতৰ সুৰধ্বনি' পৃঃ ৫৬

জয়মতী আৰু গদাকোঁৱৰৰ সম্পৰ্কে জনগীতৰ অন্তৰালত যিবিলাক কথা নিহিত আছে সেইবিলাক বুৰঞ্জীমূলক কথাৰ লগত কিমানদূৰ সঙ্গতি আছে তাক বিজ্ঞানসম্মত ভাবে পৰীক্ষা কৰি চাই সেইবিলাকৰ কথা লিপিবদ্ধ কৰি নতুন দৃষ্টিভঙ্গীৰে অসম বুৰঞ্জী প্ৰণয়ন কৰাৰ সময় আহি পৰিছে।

## বুৰঞ্জীত জয়মতীৰ কথা

এতিয়ালৈকে প্ৰকাশ হোৱা হাতেলিখা পুৰণি বুৰঞ্জীৰ ভিতৰত মাত্ৰ চাৰিখন বুৰঞ্জীতহে জয়মতীৰ শাস্তিৰ কথা উল্লেখ আছে। সেই কেইখন হৈছে সুকুমাৰ মহন্তৰ ঘৰৰপৰা উদ্ধাৰ কৰা 'অসম বুৰঞ্জী', হৰকান্ত সদৰামিনৰ 'অসম বুৰঞ্জী', 'তুংখুঙীয়া বুৰঞ্জী' আৰু দুতিৰাম হাজৰিকাৰ পদ্য বুৰঞ্জী। এই কেইখনৰ বাহিৰেও দুখন অপ্ৰকাশিত বুৰঞ্জীতো গদাকোঁৱৰৰ ভাৰ্যাক শাস্তিত মাৰিলে বুলি উল্লেখ আছে। এই অপ্ৰকাশিত বুৰঞ্জীৰ ভিতৰত এখনৰ কেইখিলামান পাত 'ল'ৰা-ৰজাৰ বুৰঞ্জী' শিৰোনামাৰে ৫ম বছৰ ১ম সংখ্যা 'নীলাচল' আলোচনীত শ্ৰীলীলা গগৈদেৱে প্ৰকাশ কৰিছিল। কিন্তু এটা কথা মন কৰিবলগীয়া যে শ্ৰীগগৈৰ প্ৰবন্ধটোৰ বাহিৰে কোনো এখন বুৰঞ্জীতেই জয়মতীৰ নাম উল্লেখ থকা নাই; নামৰ সলনি 'আইকুঁৱৰীদেও', 'গাভৰু', 'ঘৰিণীয়েক', 'তিৰোতাক', 'গদাঘৰিণী', 'ৰাজৰাণী' শব্দবিলাকহে বুৰঞ্জী কেইখনত পোৱা যায়।

"পূৰ্ব্বে বুঢ়াফুকনৰ ভয়ত দুইজনা গোহাঁইক নগা-চাঙ্গত থৈছিল, গৰ্ভে সহিতে আইকুঁৱৰীদেও শাস্তিতে মৰিল।"

( তুংখুঙ্গীয়া বুৰঞ্জী, পৃঃ ১৪ আৰু অসম বুৰঞ্জী, পৃঃ ১২০-২১ )

"লোকসকলে গাভৰুক ধৰি কোঁৱৰৰ কথা সোধাত কলৈ গ'ল মই নাজানো বুলি কোৱাতো পাপিষ্ঠ নিষ্ঠুৰ ও নিৰ্দ্দয় লোক গাভৰুক ধৰি শাস্তি কৰি বধ কৰিলে।"

( সদৰামিনৰ অসম বুৰঞ্জী, পৃঃ ৫৪ )

"আতপাচে ৰজাৰ কোঁৱৰ যিখিনি পায়মানে বিচাৰি মাৰিলে। বুঢ়াৰজাক বিচাৰি নাপাই ঘৰিণীয়েকক শাস্তিতে মাৰিলে।"

(তুংখুঙীয়া বুৰঞ্জীৰ ১৪ পৃষ্ঠাৰ তলত থকা * এই চিনৰ লগত সন্নিবিষ্ট হোৱা দ্ৰষ্টব্য)

"আজ্ঞা পায়া দূতসবে নাথাকিল ৰই।
গদাৰ ভাৰ্য্যাক ধৰি আনিবাক যায়॥

* * *

দিলা অগ কৰি গদাঘৰিণী জীয়াক।
ৰজা আজ্ঞা দিলা দুইকো শাস্তি কৰিয়াক॥

* * *

পুনু দিনে দিনে শাস্তি কৰে দূতে আনি।
তথাপি স্বামীক নেদেখাৱে ৰাজৰাণী॥"

(দুতিৰাম হাজৰিকাৰ পদ্য-বুৰঞ্জী)

"গদাধৰসিংহ ৰজাদেৱে চেতিয়া ফুকনক ধৰিলত বোলে, মোৰ তিৰোতাক শাস্তিকৈ মাৰিছে। এইবুলি মই ফুকনক দিখৌমুখীয়া ৰাজখোৱাৰপৰা আনি কুঠাৰেৰে বুকুফালি মাৰিলে।" (এখন অপ্ৰকাশিত সাঁচিপতীয়া বুৰঞ্জী, পৃঃ ২৬)

"কুঁৱৰি আহিলত ৰাজাএ লাঙ্গি গদাপাণিৰ কথা সুধিলত কুঁৱৰিএ ৰজাত নক'লে। এতেকে খঙ্কে ৰজাএ জয়মতী কুঁৱৰিক চাওদাঙ্গৰ হতোৱাএ শাস্তিকৈ সুধিব ধৰিলে। তথাপি কুঁৱৰিএ গিৰিয়েকৰ কথা নক'লে।......পাছে একপক্ষ শাস্তি ভুঞ্জি কুঁৱৰি মৰিল। শক ১৬৪১ চ'ত মাস, ১৩ দিন গতে শুক্ৰবাৰ।" (৫ম বছৰ ১ম সংখ্যাৰ নীলাচল আলোচনীত শ্ৰীলীলা গগৈৰ 'জয়মতী কুঁৱৰী' প্ৰবন্ধ দ্ৰষ্টব্য।)

পদ্মেশ্বৰসিং নাওবৈচা ফুকনৰ অপ্ৰকাশিত 'অসম বুৰঞ্জী' খনত "৪টা চাওদাঙ্গে গাভৰুক দাঙ্গি ধৰি পোন্ধৰে শূল সুমুৱাই হেঁচা মাৰি দিয়াত তালুৰেদি ফুটি গাভৰু মৰিল" বুলি উল্লেখ কৰিছে।

যি কি নহওক, ওপৰত উল্লেখ কৰা বুৰঞ্জীৰ উদ্ধৃতিৰপৰা এটাই

মূল সত্য প্ৰকাশ পাইছে যে জয়মতীক নিষ্ঠুৰভাৱে শাস্তি দি বধ কৰা হৈছিল। এই শাস্তিত "একপক্ষ ভুঞ্জি কুঁৱৰি মৰিল" বোলা কথাটো উল্লিখিত দীঘলীয়া জনগীতটিয়েও প্ৰতিপন্ন কৰিছে।

আহোম যুগত জয়মতীৰ শাস্তিৰ কাহিনী জনসমাজত মুখে মুখেই প্ৰচলিত আছিল। সাধাৰণ শ্ৰেণীৰ লোক প্ৰায়েই নিৰক্ষৰ হোৱাৰ কাৰণে তেওঁলোকৰ মাজত জয়মতীৰ শাস্তিৰ কাহিনীৰ অন্তৰালত থকা ঘটনাৱলীৰ আজিবদৰে বিচাৰ আৰু বিশ্লেষণৰ চৰ্চা হোৱা নাছিল। অসমত বৃটিছ ৰাজত্ব ভালদৰে প্ৰতিষ্ঠিত হোৱাৰ পাছত পোন প্ৰথমে ১৮৭৪ চনতহে নাজিৰাৰ আসাম চাহ কোম্পানীৰ জে, এম, ফষ্টাৰে 'জৰ্ণেল অৱ দি এচিয়াটিক চোচাইটি অৱ বেঙ্গল' নামৰ আলোচনীখনত বিশ্বৰ বহল পঢ়ুৱৈৰ মাজৰ আগত জয়মতীৰ শাস্তিৰ কাহিনী দাঙি ধৰে। ইয়াৰ পাছত উনৈশ শতিকাৰ শেষভাগত 'জোনাকী' নামৰ অসমীয়া আলোচনীত ৰত্নেশ্বৰ মহন্তই 'জয়মতী কুঁৱৰি আৰু লাঙ্গি গদাপাণি' নামেৰে এটি প্ৰবন্ধ লিখি অসমীয়া সমাজত জয়মতীৰ কথা সদৰী কৰি দিয়ে। ইয়াৰ পাছত পদ্মনাথ গোহাঞিবৰুৱাই জয়মতীৰ কথা তেওঁৰ বুৰঞ্জীখনত লিপিবদ্ধ কৰিছে যদিও ৰত্নেশ্বৰ মহন্তৰ 'জয়মতী কুঁৱৰী আৰু লাঙ্গি গদাপাণি' প্ৰবন্ধৰ বৰ্ণনাৰ লগত তেওঁৰ প্ৰথম তাঙ্গৰণৰ বুৰঞ্জীৰ জয়মতী কাহিনীৰ বৰ্ণনাৰ বিশেষ পাৰ্থক্য নাই বুলিয়েই ক'ব পাৰি। অৱশ্যে পিছৰ তাঙ্গৰণবিলাকত এই কাহিনী সম্পৰ্কে পুৰণি বুৰঞ্জীৰ তথ্য সন্নিবেশ কৰি দিছে; ল'ৰা-ৰজা আৰু জয়মতী সম্পৰ্কীয় কথাখিনি বুৰঞ্জী-সন্মতভাৱে আৰু বৈজ্ঞানিক পদ্ধতিৰে বিচাৰ নকৰি সাধুকথাৰদৰে বৰ্ণনা কৰিছে। যি কি নহওক, ৰত্নেশ্বৰ মহন্তৰ প্ৰবন্ধ আৰু পদ্মনাথ গোহাঞিবৰুৱাৰ আসাম বুৰঞ্জীত উল্লেখ থকা জয়মতী কাহিনীয়েই লাহে লাহে কুৰি শতিকাৰ অসমীয়া সমাজত জয়মতী যে বুৰঞ্জীৰ মাজত লুকাই থকা এগৰাকী সতী সাধ্বী বীৰাঙ্গনা, এই কথা বহলভাৱে জনাজাত হ'বলৈ ধৰিলে। ইয়াৰ ফলতেই ১৯১৪ চ'নত প্ৰথম প্ৰথম

'জয়মতীৰ স্মৃতি উৎসৱ' জয়সাগৰ পুখুৰীৰ পাৰত ৰাজহুৱাভাৱে পালন কৰা হ'ল আৰু তেতিয়াপৰা এই জয়মতী স্মৃতি উৎসৱ আজিলৈকে জয়সাগৰৰ পাৰত পালন কৰি অহা হৈছে। এতিয়া এনে উৎসৱ অসমৰ প্ৰায়বোৰ নগৰ আৰু চহৰতে পালন কৰা হৈছে।

## জয়মতী কাহিনীৰ বৌৰঞ্জিক তাৎপৰ্য

জয়মতী কাহিনীৰ অন্তৰালত অসম বুৰঞ্জীৰ এক সুদীৰ্ঘ ৰাজনৈতিক ঘটনাৱলী নিহিত আছে। সেই ঘটনাৱলী আলোচনা নকৰাকৈ এই কাহিনীৰ ঐতিহাসিক গুৰুত্ব প্ৰতিপন্ন কৰিব পৰা নহয়। জয়মতীৰ শাস্তিৰ কাৰণে প্ৰকৃততে কোন দায়ী? কেনেকুৱা ৰাজনৈতিক ঘটনাচক্ৰৰ মেৰপাকত পৰি জয়মতীয়ে শাস্তি ভুগি মৃত্যুবৰণ কৰি সতীসাধ্বী বীৰাঙ্গনা বুলি আজি প্ৰশংসাৰ পাত্ৰী হৈ পৰিছে, এই সকলো কথা আজি বুৰঞ্জীবিদসকলে নতুন দৃষ্টিভঙ্গীৰে বিচাৰ কৰিবলৈ ধৰিছে। সাঁচিপতীয়া পুৰণি বুৰঞ্জী কিছুমান প্ৰকাশ হোৱাৰ আগলৈকে সাধাৰণতে ল'ৰা-ৰজাকেই জয়মতীৰ শাস্তিৰ কাৰণে দায়ী বুলি মানুহে বিশ্বাস কৰি লৈছিল। পুৰণি বুৰঞ্জীবোৰ প্ৰকাশ হোৱাৰ পাছত ৰাজনৈতিক ঘটনাৱলী চালি-জাৰি চাই আজিকালি বুৰঞ্জী চৰ্চা কৰাসকলে লালুকসোলা বৰফুকনকহে ইয়াৰ কাৰণে দায়ী বুলি প্ৰধানকৈ দেখুৱাবলৈ গৈছে। কিন্তু এটা কথা ভালদৰে চিন্তা কৰিবলগীয়া যে অকল লালুকসোলাই এই বিষয়ে প্ৰধানকৈ দায়ী হলেও পৰোক্ষভাবেও আন আন ডা-ডাঙৰীয়াসকল একেবাৰেই দায়ী নহয় নেকি? লালুক বৰফুকনেনো কিয় পশ্চিম অসমৰ ৰাজধানী গুৱাহাটী মোগলক এৰি দি কলিয়াবৰলৈ হোঁহকি আহিলে? অকল জান ৰজা হোৱাৰ উদ্দেশ্যেই! যদি সেয়েই হয়, তেনে তেওঁৰ মনত সেই ভাব কি কাৰণত উদয় হবলৈ পালে? ইয়াৰ কাৰণে ৰাজমন্ত্ৰী আতন বুঢ়াগোহাঞি কি মুঠেই দায়ী নহয়? লালুকে মোগলক গুৱাহাটী এৰি দি জীৱনৰ কাৰণে সংশয় থকা

যি ৰাজনৈতিক বিপদৰ মাজত সোমাই পৰিল সেই বিপদৰপৰা ৰক্ষা পাবলৈ হলে তেওঁ দেশৰ সৰ্বোচ্চ ৰাজনৈতিক ক্ষমতা নিজৰ হাতলৈ নিব লাগিব বুলি উপলব্ধি নকৰাকৈ নাছিল।

গুৱাহাটীত মোগলৰ বিৰুদ্ধে কোঠ পাতি থাকোঁতে লালুকে যুদ্ধৰ কাৰণে নতুন আহিলা-পাতি পঠাবলৈ বুলি আতন বুঢ়াগোহাঞিলৈ জনাওঁতে বুঢ়াগোহাঞিয়ে এই অনুৰোধৰ কোনো সঁহাৰি নিদিলে। তাৰ পৰিবৰ্তে তেওঁ ৰাজ্যৰ মাজতে চিন্তামণি নামেৰে এটা গড় মাৰিলে যাতে মোগল সৈন্য কিবা উপায়ে গুৱাহাটী পাৰ হৈ আহিলে সেই গড়ৰ সহায়ত যুদ্ধ দি বাধা দিব পাৰে। কিন্তু ইয়েই হিতে বিপৰীত হ'ল; কাৰণ বৰফুকনকে ধৰি শৰাইঘটীয়া যুদ্ধৰ বিষয়াসকলে ভাবিলে—"আমি দেখোঁ গুৱাহাটীৰ গড়ত শত্ৰুৰ সমুখহৈ ৰহিছোঁ। মাজ ৰাইজ্যত গড় বান্ধে কালৈ, আমালৈকেহে বান্ধে? তেতিয়াহে পাচে সবেও আলচি বাত্থলিফুকনৰ তলৈ মানুহ পঠালে।"[৮] "গুৱাহাটী এড়ি সবেয়ো উজাই আহি বুঢ়াগোহাঞিলৈ সসৈন্যে সহিতে খেদি গ'ল।[৯] এইখিনিতে এটা কথা উল্লেখযোগ্য যে আতন বুঢ়াগোহাঞি ৰাজমন্ত্ৰীয়ে গড়গাঁৱৰ মেচা ডুৱৰাক বৰবৰুৱা ভাঙ্গিলত মেচাই গুৱাহাটীলৈ পলাই গৈ তিলকে তাল কৰি লালুক বৰফুকনৰ আগত সকলো কথা কৈ বুঢ়াগোহাঞিৰ বিৰুদ্ধে গুৱাহটীয়া বিষয়া-সকলক উত্তেজিত কৰি তুলিছিল। ইয়াৰ ফলত বৰফুকনৰ বুঢ়া-গোহাঞিৰ প্ৰতি সংশয়ৰ ভাব জাগি উঠা স্বাভাৱিক বুলি ধৰি লব পাৰি। বোধহয় এই কাৰণেই নিজে ৰাজ্যৰ সৰ্বেসৰ্বা হৈ নিজক ৰক্ষা কৰিবলৈ বুলি মঞ্চুৰখাঁ নবাবৰপৰা সৈন্যৰ সহায় বিচাৰিছিল এই বুলি—"উত্তৰে দক্ষিণে ২০০মান ঘোঁৰা, পানীয়ে ২০খন মান নাও আহি শৰাইঘাটৰ গড়ৰ আগতে দেখামাত্ৰ দিয়কহি, এতেকে

---

৮। কামৰূপ বুৰঞ্জী, পৃঃ ১০০

৯। পুৰণি অসম বুৰঞ্জী, পৃঃ ১১৯

আমি গড় এৰি দিম, মোক অহম ৰাজ্যৰ অধিকাৰী পাতিব পাংশাজাদাত কৈ।" যুদ্ধ নকৰাকৈ গুৱাহাটী এৰি দি হোঁহকি আহিলে লালুকে ভবামতে বুঢ়াগোহাঞিৰপৰা হ'ব পৰা বিপদৰপৰা নিজকে ৰক্ষা কৰি ক্ষমতাৰ গাদীত প্ৰতিষ্ঠিত হবলৈ নৱাবৰ সৈন্যৰ সহায় পাব। এই কাৰণেই তেওঁ মঞ্জুৰখাঁ নবাবলৈ উক্তধৰণে অনুৰোধ জনাইছিল। এই অনুৰোধৰ অন্তৰালত আৰু এটি কথা লুকাই আছে। কথাটো হৈছে, লালুকে শৰাইঘাটৰপৰা আহি কলিয়াবৰত থাকোঁতে শৰাইঘাটৰ ফুকনসকলে আলোচনা কৰিলে—"ফুকনক ৺দেবেহে ভাঙ্গিব পাতিব পায়। ফুকনক ফুকনে ভাঙ্গে পাতে, ই কি অযোগ্য কথা? আজি মোক ভাঙ্গিছে, কালি তোকো ভাঙ্গিব। যি ভাঙ্গে পাতে সি নো কোন?" এই কথা কলিয়াবৰলৈ বুঢ়াফুকনলৈ (অৰ্থাৎ লালুক বৰফুকনলৈ) কৈ পঠিয়ালে। ফুকনে সদৌ পঁৰিয়ালে সৈতে কলিয়াবৰৰপৰা শৰাইঘাটলৈ আহি যুগুতি হ'ল বোলে—"বুঢ়াগোহাঞিৰ ভাৰষাতে সমূলি তল যাওঁ হেন দেখিলোঁ, ঈশ্বৰেহে ৰাখিলে। লোকত ভাৰষাই থাকিলে পাছফালো কোনোখান হবলৈ আছে। আপুনি শকত হৈ থাকিলে কতো ভয় নাই।"[১০] ইয়াকে আলচি পূৰ্বে বঙ্গালৰ ৰুটিখোৱা বাতুলিৰ জৰিয়তে মঞ্জুৰখাঁ নবাবলৈ বুঢ়াফুকনে তিনিটা মানুহ পঠিয়াই গুৱাহাটী এৰি দিয়াৰ বিনিময়ত অসম ৰাজ্যৰ অধিকাৰী হবৰ কাৰণে সৈন্যৰ সহায় বিচাৰিছিল।

বুৰঞ্জীত উল্লিখিত উদ্ধৃতিৰপৰা এটা কথাই ওলাই পৰে যে গড়-গাঁৱৰ ৰাজধানীত আতন বুঢ়াগোহাঞিয়ে বিষয়া ভঙ্গা-পতা কৰি শৰাইঘটীয়া বিষয়া আৰু লালুক বৰফুকনৰ মনত ভীতিৰ সঞ্চাৰ কৰিছিল। উজনিৰ গড়গাঁৱৰপৰা শৰাইঘাটলৈ যোৱা কোনো কোনো বিষয়াই বুঢ়াগোহাঞিৰ স্বেচ্ছাচাৰিতাৰ কথা নিশ্চয় তিলকে

১০। তুংখুঙ্গীয়া বুৰঞ্জী, পৃঃ ৮

ভাল কৰি বুজাই দিছিল। ইয়াৰ ফলতে বুঢ়াগোহাঞি আৰু বৰফুকনৰ মাজত ভুলতে মনোমালিন্যৰ সৃষ্টি হ'ল বুলি ভাবিবৰ যথেষ্ট কাৰণ আছে। পুৰণি বুৰঞ্জীবিলাকত ১৬৭৬ চনৰপৰা ১৬৭৯ চনলৈকে অর্থাৎ জয়মতীৰ মৃত্যুৰ সময়লৈকে শৰাইঘটীয়া (গুৱাহটীয়া) আৰু গড়গঞা বিষয়াসকলৰ মাজত দূতসকলৰ যোগে ৰাজনৈতিক বা-বাতৰি অনা-নিয়াৰ যিখিনি কথা লিপিবদ্ধ হৈ আছে, সেই কথাৰ বা ঘটনাৰ আগপিছ ভালদৰে সমালোচনা কৰি চালে দেখা যায় যে লালুকসোলা বৰফুকনে গড়গাঁৱত চুলিকফা স্বৰ্গদেৱক নামমাত্ৰ ৰজা পাতি স্বৰ্গদেৱৰ নামত আজ্ঞা জাৰি কৰি বিভিন্ন ৰাজকোঁৱৰক ধৰাই আনি অঙ্গক্ষত কৰি আৰু গদাকোঁৱৰক বিচাৰি নাপাই তেওঁৰ পত্নী জয়মতীক ধৰাই আনি শাস্তি দি বধ কৰি ৰাজকাৰ্যত যি নিষ্ঠুৰ স্বেচ্ছাচাৰিতা চলোৱাৰ সুবিধা পালে তাৰ কাৰণে ৰাজমন্ত্ৰী আতন বুঢ়াগোহাঞি সমন্বিতে আন কিছু কিছু বিষয়াও কম দায়ী নহয়। কিন্তু লালুকৰ অক্ষমণীয় দোষ হ'ল যে তেওঁ গৃহবিবাদত লিপ্ত হৈছিল যদিও নিজকে ক্ষমতাত প্ৰতিষ্ঠিত কৰিবলৈ বিদেশীক কোনোপধ্যেই ৰাজ্যৰ একাংশ এৰি দিব নেলাগিছিল।

## জয়মতী তিথিৰ গুৰুত্ব

বছৰি বছৰি অসমৰ ৰাইজে বিভিন্ন ঠাইত যি জয়মতী তিথি পালন কৰিবলৈ ধৰিছে তাৰ অৰ্থ জয়মতীক বছৰি সতী সাধ্বী তিৰোতা হিচাপে জন-মানসত তেওঁৰ ভাৱমূৰ্তি জগাই তোলাটোৱেই একমাত্ৰ উদ্দেশ্য হব নেলাগে; তাৰ লগতে জয়মতীৰ ঘটনাক কেন্দ্ৰ কৰি যি ঐতিহাসিক ঘটনা জড়িত আছে সেইবোৰৰ বৈজ্ঞানিক আৰু বহল বিচাৰ-বিশ্লেষণ হোৱা উচিত। এটা কথা আমি মনত ৰখা উচিত, জয়মতী তিথি পালন কৰাৰ পৰোক্ষ উদ্দেশ্য অসমৰ বুৰঞ্জী চৰ্চা। সৰ্বসাধাৰণ লোকৰ মনত দেশৰ বুৰঞ্জীৰ প্ৰতি অনুৰাগ জন্মাই জাতীয়ত্বৰ ভাব জগাই তোলাৰ কাৰণে জয়মতীৰ নিচিনা

ঐতিহাসিক বীৰ-বীৰাঙ্গনাৰ তিথি পালন কৰাৰ লেখীয়া অন্য প্ৰশস্ত উপায় কমেইহে আছে বুলিব পাৰি।

**জয়মতীৰ মৈদাম**

জয়মতীৰ শাস্তি আৰু মৃত্যু হোৱা সময়টো অসমৰ সাধাৰণ প্ৰজা, কিছুমান ডা-ডাঙৰীয়াৰ বেলিকা বৰ ভয়াবহ হৈ পৰিছিল। কোন কেতিয়া লালুকসোলা বৰফুকনৰ ৰোষত পৰি মৃত্যুদণ্ডেৰে দণ্ডিত হ'বলগীয়া হয় সেই কথা ভাবি বহুতেই কম্পমান অৱস্থাত থাকিবলগীয়া হৈছিল। জয়মতীক শাস্তি দিয়াৰ কাৰণে দেশৰ বহুত লোকে লালুকসোলাক পেটে পেটে ভয় কৰিছিল যদিও তেওঁ যে ঘৃণা আৰু গৰিহণাৰ পাত্ৰ হৈছিল সেই কথা তেওঁ নিশ্চয় উপলব্ধি কৰিছিল। গতিকে জেৰেঙাত শাস্তিত মৃত্যু হোৱাৰ পাছত জয়মতীৰ মৃতদেহ বৰ-জনাজাত নোহোৱাকৈ জেৰেঙাৰ কোনো এঠাইত লালুকৰ নিৰ্দেশমতে সংকাৰ কৰি থোৱা হৈছিল।

জয়মতীৰ ডাঙৰ পুতেক লাই গোহাঞিয়ে ৰুদ্ৰসিংহ নাম লৈ ৰজা হোৱাৰ পাছত মাকৰ স্মৃতি ৰক্ষাৰ্থে জয়দ'ল আৰু জয়সাগৰ পুখুৰী নিৰ্মাণ কৰি মাকৰ সমাধিৰ স্মৃতি হিচাবে এটা মৈদামো কৰোৱালে। আজিকালি বহুতে সেইটো জয়মতীৰ মৈদাম বুলি নাজানে। মাকৰ মৃতদেহৰ সলনি তেওঁ এটা সোণৰ প্ৰতিমা নিৰ্মাণ কৰি সেই প্ৰতিমাক মাতৃৰ মৃতদেহৰ ৰূপে জ্ঞান কৰিলে। সেই প্ৰতিমাকে প্ৰতিষ্ঠা কৰি তাৰ ওপৰত মৈদাম বন্ধালে। জয়সাগৰৰ ওচৰেদি দিখৌমুখলৈ যোৱা গজপুৰীয়া আলি আৰু ৰংপুৰ নগৰৰ ৰাজগড়ৰ মাজতেই এই মৈদাম আজিও জিলিকি আছে। পিছত, শিল ইটাৰে এই মৈদামৰ ওপৰতে ফাগুৱা দ'ল বন্ধোৱা হ'ল; অৱশ্যে এই দ'ল কি উদ্দেশ্যে বন্ধোৱা হ'ল তাক জনা নেযায়। মাহুৰি অঞ্চলৰ লাইথেপেনা বৰগোহাঞিৰ বংশধৰসকলৰ মাজত এইটোৱেই জয়মতীৰ স্মৃতিৰ কাৰণে বন্ধোৱা মৈদাম বুলি বংশাৱলীত স্পষ্টভাৱে উল্লেখ আছে।

---

## জয়মতী পৰিয়ালৰ বংশাৱলী

### চুকাফা স্বৰ্গদেৱৰ লগত উত্তৰ ব্ৰহ্মদেশৰ মাওলুং দেশৰপৰা অহা




**পুত্ৰসকল ঃ** ১। কনথান ২। কমলাকান্ত ৩। ৰামচন্দ্ৰ ৪। লাওথান ৫। লংখাত ৬। চাওথাও ৭। লাংলত ৮। লাপাত ৯। ধনীৰাম। ১০। চিপা ১১। লালত ১২। লাচিত ১৩। সুন্দৰ ১৪। তনখাম ১৫। কলিয়াচেন ১৬। লাংকু ১৭। থামচেং ১৮। মোহন ১৯। লাংখুন ২০। থামচং ২১। নাংবাং ২২। পূৰ্ণানন্দ ২৩। অভয়চৰণ ২৪। ঘুমলি বৰগোহাঞি (চকৰী ফেঁটী বুৰঞ্জী প্ৰণেতা)।

**জীয়েকসকল ঃ** ১। বিজয়মতী ২। জয়মতী ৩। জয়তৰা ৪। জয়কান্তি ৫। জয়প্ৰভা ৬। জনাপ্ৰভা ৭। জয়তৰা ৮। ৰত্নপ্ৰভা ৯। চেংমতী ১০। হীৰামতী ১১। অঞ্জনা ১২। গুৰুমতী ১৩। জয়েশ্বৰী।